# বাতৰিৰ বিভূতি

শ্ৰীনীলমণি ফুকন




১৯৭৭
অসম সাহিত্য সভা
যোৰহাট : অসম

**BATORIR BIBHUTI**—A collection of journalistic writings of Sri Nilamoni Phukan, collected by Sri Benudhor Sarma from the first Assamese Daily 'the Dainik Batori' edited by Sri Phukan in the thirties, published by Abdus Sattar, General Secretary, Asam Sahitya Sabha, Chandrakanta Handique Bhavan, Jorhat, December 25, 1977.



শ্ৰীনীলমণি ফুকনৰ 'বাতৰি বিভূতি'
শ্ৰীবেণুধৰ শৰ্মাৰ দ্বাৰা সংগৃহীত

প্ৰকাশক : আব্দুছ ছাত্তাৰ
প্ৰধান সম্পাদক, অসম সাহিত্য সভা

চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট-১

মূল্য : চাৰি টকা



মূদ্ৰক :
শ্ৰীকালীচৰণ পাল
নবজীৱন প্ৰেছ
৬৬ গ্ৰে ষ্ট্ৰীট, কলিকতা-৬

# আমাৰ ক'বলগা

১৯৩৫ চনৰ ১২ আগষ্ট তাৰিখটো আমাৰ অসমীয়াৰ জাতীয় জীৱনত এটা বিশেষ দিন বুলি গণ্য কৰিব পাৰি যিহেতু পোণ প্ৰথম প্ৰতি দিনে ওলোৱা অসমীয়া বাতৰি কাকত 'দৈনিক বাতৰি' যোৰহাটৰ ঠেঙালৰপৰা বাগ্মীবৰ কবি শ্ৰীনীলমণি ফুকনদেৱৰ সম্পাদনাত প্ৰকাশ পাইছিল। সেই 'দৈনিক বাতৰি'ৰে কিছুমান বছা বছা সম্পাদকীয়কে প্ৰথিতযশা প্ৰবীণ সাহিত্যিক, সাংবাদিক আৰু অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি শ্ৰীবেণুধৰ শৰ্মাদেৱে সংগ্ৰহ কৰি সম্পাদনা কৰি দিছে। সেয়েই হৈছে—'বাতৰিৰ বিভূতি'। 'বাতৰিৰ বিভূতি' বুলি শৰ্মা ডাঙৰীয়াই অতি মূল্যবান এখন পাতনি লিখিছে। তেখেতৰ মতে 'বাতৰিৰ বিভূতি' প্ৰকৃততে "'দৈনিক বাতৰি'ৰ স্বৰদি স্বৰীয়া সোঁৱৰণ"।

'বাতৰিৰ বিভূতি'ৰ কিছুমান কথা এতিয়াও নতুন হৈ আছে। ইয়াত ফুকন ডাঙৰীয়াৰ সংবাদ সেৱাৰ বতৰাকে যে পাওঁ এনে নহয়—ফুকন ডাঙৰীয়া বহুত সময়ত ভৱিষ্যত-বক্তা—এজন সৰৱজান। সাংবাদিকৰ শেনচকু প্ৰায়বোৰ সম্পাদকীয়তে বিদ্যমান।

স্বৰাজৰ লগত আত্মৰক্ষাৰ যে ওতঃপ্ৰোত সম্বন্ধ তাক ফুকন ডাঙৰীয়াই ভালদৰে উপলব্ধি কৰিছিল। সেয়েহে তেখেতে অসমতো এটা 'অসমীয়া ফৌজ' ( Assamese Regiment ) হোৱাটো বিচাৰিছিল।

'বৰ্তমান আমাৰ কৰ্তব্য' বুলি যি এটা সম্পাদকীয় আছে সি প্ৰকৃততে প্ৰণিধানযোগ্য। ১৯৩৫ চনৰ ২ অক্টোবৰত প্ৰকাশ হৈছিল এই সম্পাদকীয়টো। 'অসমীয়া' শব্দৰ সংজ্ঞাৰ ব্যাখ্যা দিওঁতে তেতিয়াই কোৱা হৈছিল—"যেয়ে অসমীয়া ভাষা মাতৃভাষা বুলি গ্ৰহণ কৰিব, যেয়ে অসমৰ আৰু এখন স্থায়ী ঘৰ প্ৰকাৰান্তেও ৰাখি নিজক ইয়াৰ স্থায়ী আলহী যেন বিবেচনা নকৰে, যাৰ অৰ্থনৈতিক স্বাৰ্থ অসমত ঘাইকৈ থাকিব, স্থূলভাৱে তেওঁকেই আমি অসমীয়া বুলি গ্ৰহণ কৰিম।" ফুকন ডাঙৰীয়াৰ এই ব্যাখ্যাৰ বহুল প্ৰচাৰৰ আৱশ্যকতা এতিয়াও আছে।

'অসমত মিউজিয়ম' বুলি যি এটা সম্পাদকীয় লিখিছিল সেয়া কম সময়োচিত হোৱা নাছিল। সেয়েহে বোধহয় আমি গুৱাহাটীত ৰাজ্যিক মিউজিয়ম পালো।

বিশ্ববিদ্যালয়ৰ কাৰণেও ফুকনে যত্ন কৰাই নহয়—তাৰ সাক্ষী তেখেতৰ সম্পাদকীয়। যেনেদৰে ভাবিলে—পৰামৰ্শ আগ বঢ়ালে, তেনেদৰে হৈ উঠিল। এইয়া হৈছে সাংবাদিকৰ ভৱিষ্যদ্বাণী।

এই পুথিখন আমি সাহিত্য সভাই লোৱাৰ গুৰিতে আছে সভাৰ কাৰ্য-নিৰ্বাহক যদিও, সেই সময়ৰ প্ৰধান সম্পাদক অধ্যাপক শ্ৰীনগেন শইকীয়াৰ যত্ন আৰু তেখেতৰ আগ্ৰহশীলতাই পুথিখন নিয়াৰিকৈ ছপাই উলিওৱাত যথেষ্ট বৰঙণি যোগালে, গতিকে শ্ৰীশইকীয়ালৈ মই অসম সাহিত্য সভাৰ হৈ আন্তৰিক শলাগ আৰু ধন্যবাদ জনালো। ইতি

যোৰহাট
৫।১২।৭৭

**আব্দুছ ছাত্তাৰ**
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

# বাতৰিৰ বিভূতি

"বাতৰি"ৰ বিভূতি বোলোঁতে অসমৰ সেইখন পোন-প্ৰথম অসমৰ দিনে-দিনে-ওলোৱা একমাত্ৰ "দৈনিক বাতৰি"ৰ কথাকে কোৱা হৈছে,—যিখন কলিতে পকা, প্ৰতিভাৰ নন্দন, অতি মৰমৰ ভাগিনীয়েক ৺ভগৱতীপ্ৰসাদ বৰুৱাই দিয়া নামেৰেই কেঁচামুগাৰ সূতা কাটোঁতা, স্বধৰ্মব্ৰতী, ধনাঢ্য চাহ-খেতিয়ক মোমায়েক ৺ৰায়বাহাদুৰ শিৱপ্ৰসাদ বৰুৱাৰ দ্বাৰাই তেখেতৰ ঠেঙালত থকা পৈতৃক বাস-ভৱনৰ টোলতে ১৯৩৫ চনৰ ১২ আগষ্ট তাৰিখে প্ৰতিষ্ঠিত হৈছিল আৰু যিখনৰ সম্পাদক আছিল দিগবাস নীলকণ্ঠ বা নীলমণি ফুকন।

ঘনশ্যাম খাৰঘৰীয়া ফুকনৰ ঘৰৰ ঐতিহ্যপূৰ্ণ ৰক্তবীজৰদ্বাৰা যি পৰিগৃহীত, পৰিবৰ্ধিত আৰু পৰিমাৰ্জিত, যি মেঘনাদী বাগ্মিতা আৰু সিংহনাদী গৰ্জনৰ অধিকাৰী, যি চলিথকা মটৰ গাড়ীতো বাক্‌দেৱীৰ কৃপাত অবিৰাম-অবিশ্ৰান্তভাৱে গদ্য-পদ্যৰ লেখনী চলাই যাব পাৰে, "তস্যোপৰি" যিজনৰ বিজুলীসদৃশ ৰোবাগ্নি নিমিষ মাত্ৰক, সেইজনেই এই সম্পাদক নীলমণি ফুকন।

নীলমণি ফুকন সম্পাদক নহৈ আন এজন হোৱা হ'লে "বাতৰি"ৰ লগত বিভূতি শব্দটো কেতিয়াও ৰজিতা খাব নোৱাৰিলেহেতেন; কিয়নো, এই গৰাকী সম্পাদকৰ নামটো অন্বয় কৰিলেই শাশ্বত-অশাশ্বত খ্যাতি-অখ্যাতি-সম্পন্ন যি গুণৰাশি নিহিত থকা পোৱা যায় স্বকীয়া এজনৰ গাত, সেইখিনি পোৱা নগলহেতেন। ওপৰতে কৈ আহিছোঁ, তেখেত দিগ্‌বাস আৰু নীলকণ্ঠ বা নীলমণি।

ইংৰাজৰ আমোলত জন্ম নীলমণিৰ। সেই কাৰণে তেখেতক মতা নাম "নীল মনী ( Nil money ) অৰ্থাৎ ধনহীন বিকল্পে দিগ্‌বাস। দিগ্‌বাসৰ ছাল-বাকলি ঐশ্বৰ্য্য-সম্পদ একো নাই, কিন্তু লোকক বৰ দি ঐশ্বৰ্য্য-বিভূতিৰ তুলীত বাগৰি থাকিব পৰা কৰে। এইটি নামান্বয় হল ইংৰাজীমতে। ভাৰতীয় ধৰ্ম-সংস্কৃতি আৰু জলবায়ুৰ পৰিৱেশত জন্মগ্ৰহণ কৰা বাবে অসমীয়া

বা ভাৰতীয় ৰূপ হ'ল "নীলমণি" যাক আমি আগতে উন্নুকিয়াই অহা-দৰে বিকল্পে নীলকণ্ঠ বুলি ক'ব পাৰোঁ।

দেৱাসুৰৰ যুদ্ধত ক্ষীৰ-সাগৰ মন্থন কৰোঁতে যি বিষ-বাষ্প উৎথিত হৈছিল, দিগ্‌বাস সদাশিৱই হেলাৰঙে সেই বিষ ভক্ষণ কৰি কণ্ঠত নীলা চিন এটি মাথোন থৈ গ'ল, (সেই বাবেই শিৱৰ আন এটা নাম হ'ল নীলকণ্ঠ) আমাৰ "বাতৰি"-সম্পাদক নীলমণি ফুকন ডাঙৰীয়াইও সেইদৰে কংগ্ৰেছ-সংৰক্ষণীৰ মাজত উদ্ভৱ হোৱা জাতীয়ত্ব-বিধ্বংসী হলাহলখিনিও শত-সহস্ৰ গঞ্জনা প্ৰতিৰোধ কৰিও নীলকণ্ঠৰ দৰেই জীণ নিয়াই দৈনিক বাতৰিৰ কঠীয়াতলীত বিভূতিৰূপে তাৰ সঁচ বা বিধান সিঁচি থৈ গ'ল। বুৰঞ্জীৰ পুনৰ অভিনয় হোৱাটো যদি নিৰ্ঘাত সত্য হয় তেন্তে "বাতৰি"ৰ সেই বিধানেই কালক্ৰমত নিশ্চয় লহপহকৈ বাঢ়ি আহিব।

"নীলমনী"য়েই বোলক বা "নীলমণি"য়েই বোলক, নাইবা বিকল্প অৰ্থাৎ দিগ্‌বাস বা নীলকণ্ঠকেই বোলক, তেওঁৰে গাত এই আঠোটা শক্তি থকাটো বুজায়। দৃশ্যমান জগতত যেতিয়া সেই শক্তি খণ্ডিত বা অখণ্ডিতৰূপে প্ৰকাশ পায়, তেতিয়াই ই নাম পায় বিভূতি।

সেই শক্তিৰেই নাম হ'ল—

(১) কামাবশয়িতা (ইচ্ছাক দমন কৰা)
(২) বশিতা (সকলোকে বশে ৰখা)
(৩) ঈশিতা (সজীৱ-নিৰ্জীৱ সকলোকে সৃষ্টি কৰা)
(৪) প্ৰাকাম্য (ইচ্ছা বিফল নোহোৱা)
(৫) প্ৰাপ্তি (হাতেমেলি সকলোকে ঢুকি পোৱা)
(৬) লঘিমা (বায়ুতকৈও লঘু হোৱা)
(৭) অনিমা (অতি সূক্ষ্ম হোৱা)
(৮) মহিমা (বৰ বৃহৎ হ'বপৰা)

"বাতৰি" জন্ম হোৱাৰ লগে লগে এটা ডাঙৰ ৰিষ্ট লাগি আহিছিল; সেইটোৱেই হৈছে "বৃহত্তৰ বাংলা"। শ্ৰীহট্টই আছিল অসমক কোঙা কৰা সেই বৰবিহৰ বৰকোঠ। তাতে খোপনি লৈ অজগৰে গিলাদি অসমৰ ভাষা-সাহিত্য জাতীয়তা-শিক্ষা-সংস্কৃতি সকলো গিলি আহি তেজপুৰ পাৰ হৈছিলহি। আমাৰ ভাৰতপ্ৰেমিক দেশপ্ৰেমিকসকলৰ আদৰ্শই ইয়াৰ



বিৰুদ্ধে তুংশব্দ এটাও নকৰিছিল। বাতৰিত অসমীয়াৰ ভৱিষ্যত মঙ্গলামঙ্গল চিন্তাত ব্যাপৃত থকাসকলৰ মানত এই আদৰ্শ বিহগুটি যেন তিতা আছিল। এই দুই আদৰ্শৰ সংঘৰ্ষত যি বৰ বিহৰ উৎপন্ন হৈছিল তাক "হৰবিন্তহৰ পানীকৃত হৈ পৰ" বুলি ন্যূনাধিক অষ্টশক্তিৰ অধিকাৰী বুলি নীলমণি ফুকনে হে উৰাই দিব পাৰিছিল। সেই শক্তিৰ বিভূতি যেতিয়া ধাৰাসাৰে "বাতৰি"ত ওলাবলৈ ধৰিলে, অসমৰ ইমূৰৰপৰা সিমূৰলৈকে থলক লাগি গ'ল—"শ্ৰীহট্ট বিচ্ছেদ"; বৃহত্তৰ বাংলা ধ্বংস হওক, বুৰঞ্জীৰ পুনৰ অভিনয় হওক, পুৰণি অসম নকৈ চাওক, সাজী-সথিৰ মিল হওক, মগলো জীয়েকৰ পুখুৰীত মণিপুৰৰ হাড়ত জীৱন দিয়ক। পৰ্বত-ভৈয়ামৰ মাজত সোণালী সাঁকো বান্ধক—এনেবোৰ বিভূতিকে বিলাই দিছিল পৰম শ্ৰদ্ধাস্পদ বাগ্মীবৰ কৱি, সাহিত্যিক, ৰাজনীতিক, সংহতি-সাধক শ্ৰীযুত নীলমণি ফুকন ডাঙৰীয়াৰ সম্পাদিত দৈনিক বাতৰিয়ে।

তাহানিখনৰ সেই ৰাষ্ট্ৰীয় প্ৰাদেশিক বৈষম্যই বোলক, ভাৰতীয়-অসমীয়া প্ৰতিবিম্বতাই বোলক, "বৰ অসম" বৃহত্তৰ বাংলাই বোলক, কালকূট শ্ৰীহট্ট বিচ্ছেদেই বোলক, "স্থণীয়া-সফুৰা অসমদেশৰ সোণালী সপোন" দেখাকেই বোলক—এনেকুৱা এশ-এবুৰি স্বপ্ন-কল্পনা-পৰিকল্পনাৰ কথাকে ভাবি থকাকেই বোলক, সকলো আজি নিয়তিৰ কোলাত পৰি অনন্ত শয়নত লালকাল দি আছে। এতিয়া আৰু সেই ৰামো নাই অযোধ্যাও নাই। ১৮৫২ শকৰ বিজয়াৰ দিনা জন্ম লাভ কৰা "সাদিনীয়া "বাতৰি"ও নাই; ১৯৩৫ চনৰ ১২ আগষ্টৰ দিনা দিনে-দিনে ওলোৱা "বাতৰি"ও নাই—লুইতত উটিঅহা জগা-কাঠত বিভূতি ছটিয়াবলৈ।

ঠেঙালৰ "বাতৰি" অফিচত যোৰহাটৰপৰা আহি সম্পাদকে ফুকন ডাঙৰীয়াই যিটো ঢেৰেকনি সদৃশ ধহমহনি দিব তাকনো আজি ক'ত শুনিবলৈ পাব? যোৰহাটৰ ঘৰলৈ গ'লে আকৌ "হেৰ ভাল, চাহ এটোপা লৈ আহ" বুলি মৰমতে মতা মাতষাৰ ক'ত শুনিম? মাজুলীৰ মানুহজনক চাহ দিবলৈ কোৱা ফুকন ডাঙৰীয়াৰ সেই গলগলীয়া মাত পাহৰোঁ কেনেকৈ?

বিজুলীশক্তি পৰিচালিত মেশ্বিন-প্ৰেছ চলোৱা হাতখড়া মিস্ত্ৰীয়েনো আজি "আমি কি চালাচ্ছি, ভগবান চালাচ্ছে" বুলি বিশ্বকৰ্মা বিশ্বাসী "বাতৰি"-ছপাশালৰ মিস্ত্ৰীৰ দৰে আৰু এজন মিস্ত্ৰী আৰু ক'ত ওলাব?

নিৰীহ প্ৰাণী ঢাপকটাৰ গোসাঁই শ্ৰীযুত নন্দনাথ গোস্বামীৰ দৰে নিয়াৰিকৈ কাম কৰা হেডপ্ৰিণ্টাৰ এজন "বাতৰি"য়ে হে গঢ়িছিল। নোমে গোঁফে ভোবোকাৰ, কাণৰ লটিতো নোমভৰা ডম্বৰু ফুকন মেনেজাৰ আজি নাই— হুনীয়া কেঞাক ভিতৰি টিপ দি আহিবলৈ। সেলেঙি লগোৱা তামোল ৰাগ-ৰঞ্জিত বৰণীয়া বোমেশ্বৰ বৰদলৈৰ টিকি-টিকি হিচাপৰ বহীটো আৰু কোনো লুটিয়াই থাকিব? কৰি-পোৱালি শ্ৰীমান ৰাজীৱলোচন বৰুৱাই প্ৰুফ্ চাই থাকোঁতেও প্ৰুফৰ তলতে টোপনিয়াই টোপনিয়াই লেখি থোৱা কবিতাৰ শাৰীচেৰেক কোনজন "প্ৰুফ-ৰীডাৰ"ৰ ওচৰত পাব?

কালিদাসৰ শ্লোক যাৰ মুখত অনৰ্গল আহিয়েই থাকে, নগা-হিলৰ সেই গৰাকী লোকক, তাৰ স্কুলৰ অসমীয়া শিক্ষক, যি নগাৰ বিহুনামবোৰ অসমীয়ালৈ ভাঙিছে আৰু যি শুধ বৰ্ণ-বিন্যাসেৰে আখৰ লেখাত বৰ পৰিৰাটি, বাতৰি কাকতৰ "বিভূতি" লৈ মনত পৰিলেই তেওঁলৈও মনত নপৰাকৈ নেথাকে। দুপৰীয়া ১ বজাত বাতৰি অফিছত কাবুলী বুট খুউৱা পূৰ্ণ চলিহা, এছিষ্টেণ্ট মেনেজাৰ সাৰদা বৰুৱা, মোৰ ভাতৰান্ধনী কণটিলা বাপুকনো পাহৰিম কেনেকৈ?

অসমীয়া অভিনেতা আচাৰ্য জগৎচন্দ্ৰ বেজবৰুৱাই এদিন বীৰেন মহন্তই সৈতে নগাঁৱৰপৰা আহি "বাতৰি" অফিচলৈ সোমাই কৈছিল—"উঃ কি সাঙ্ঘাতিক! এই অকণমান প্ৰেছটোটেই গোটেই অসমখন টলমলাই আছে।"

একালত সেই টলমলাই থকা সেই বাতৰি আৰু নাই। তাৰ বিভূতি বিলাওঁতা ফুকন ডাঙৰীয়াও আজি প্ৰায় এশ বছৰৰ জুৰাৰ-দলিত। জৰাজীৰ্ণ ঠেঙলাৰ সেই বিৰাট অট্টালিকাও নাই। বগলী-কণামুছৰিৰ শাৰক বৃদ্ধি কৰোতাঁ সেই বংশীবদনৰ বংশলোচনাবৃত বাঁহধাৰিৰ ৰিবি বিবি মলয়াৰ ছাটিয়ে আজি কাৰ প্ৰাণ জুৰাব। ৰায়বাহাদুৰক (শিৱপ্ৰসাদ বৰুৱাক) মাজত লৈ আগফালৰ চ'ৰাত হেৰম্ব বৰুৱা (ৰায়বাহাদুৰ) সেই কেৰামৎ আলি, কালীনাথ বৰুৱা প্ৰভৃতি ভব্য-গব্যসকলৰ মেলখনকৈ নো আৰু ক'ত দেখিম?……

আছে মাথোন সেই সিংহগৰ্জী নীলমণি ফুকন ডাঙৰীয়াৰ পঞ্চভৌতিক দেহটি আৰু "দৈনিক বাতৰি"ৰ স্বৰদি স্বৰীয়া সোঁৱৰণ।

শ্ৰীবেণুধৰ শৰ্মা

## ঘূৰণীয়া মেজমেলৰ আৰম্ভণ

এই মহামেলৰ উদ্বোধন-কালত মেলুৱৈসকলৰ ঘাই ঘাই কেইজনৰ মুখত যিখিনি কথা ওলাইছিল, সেইবিলাক সম্প্ৰতি Veritable Babel হোৱাৰ দৰে হৈছে। অৰ্থাৎ কথাৰ কোলাহলেই চলিছে। কোনেও তাক একে ভাৰত লোৱা নাই। আমি এতিয়া এই কোলাহলত সোমাই কাণ ঘোলা কৰিব নোখোজোঁ। আমি সম্প্ৰতি ইয়াকে কোৱা কৰ্তব্য বুলি ভাবোঁ যে কাম যেতিয়া আৰম্ভ হ'ল তাক সুকলমে সমাধান কৰাই বাঞ্ছনীয়।

এইসময়ত তিনিটা কথাই ঘাইকৈ মেলুৱৈসকলৰ মন অধিকাৰ কৰিছে— প্ৰথম, ভাৰতবৰ্ষই Dominion Status পাবনে নেপায়, দ্বিতীয়তে সাম্প্ৰদায়িক প্ৰশ্নৰ মীমাংসা কিদৰে হোৱা উচিত, তৃতীয়তে কি বিধৰ শাসনপ্ৰণালী ভাৰতবৰ্ষৰ পক্ষে বিধেয় হ'ব।

প্ৰথম কথাটোলৈ ভাৰতীয় মেলুৱৈসকল প্ৰায় একমত হৈয়েই আছে। ভাৰতবৰ্ষই ডমিনিয়ন ষ্টেটাছৰ নাম-নাচ কোনো আসনকে গ্ৰহণ কৰিবলৈ ইচ্ছা কৰা নাই। ৰাইট অনাৰেবল শ্ৰীনিবাস শাস্ত্ৰীয়ে কৈছে যে যোৱা বছৰ বৰলাট বাহাদুৰে স্পষ্টকৈ কৈছিল যে, ১৯১৭ ছনৰ আগষ্ট মাহৰ ঘোষণাৰ ( Declaration ) বলত ভাৰতে স্বভাৱতে ডমিনিয়ান ষ্টেটাছ পাব লাগিব। মিঃ জিন্নাই ডমিনিয়ন মিনিষ্টাৰসকলক আৰু এখন নতুন ডমিনিয়নৰ জন্ম চাই যাবলৈ অনুৰোধ কৰিছে। ইফালে মিঃ জয়াকৰে মেলত বহাৰ পূৰ্বেই এই বিষয়ে বৃটিছ গৱৰ্ণমেণ্টৰ একৰকম প্ৰতিশ্ৰুতিকেই বিচাৰিছে। বাকী সকলেও বিশেষ নামকৰণ নকৰিলেও ভাৰতবৰ্ষই আন আন ডমিনিয়নৰ লগতে সমানে অধিকাৰ পাব লাগিব বুলি ভাৱ প্ৰকাশ কৰিছে। এনে স্থলত এই বিষয়ে আৰু কোনো ৰকমৰ ভ্ৰান্তি জন্মিব নোৱাৰে। কথা হৈছে বৃটিছ পক্ষই এই মতত হয় দিছেনে নাইবা দিব, এই কথা সঠিককৈ কোৱা টান। উদ্বোধনৰ সময়ত প্ৰধানমন্ত্ৰীকে আদি কৰি কোনোজনৰ মুখতে ডমিনিয়ন ষ্টেটাছ্ এই মহামন্ত্ৰ উচ্চাৰণ নোহোৱাত শব্দব্ৰহ্মমনা ভাৰতবৰ্ষই আশঙ্কা কৰিছে। ভাৰত গৱৰ্ণমেণ্টৰ ডিছ-পাচতো এই বিষয়ে কোনো খোলোচা কথা কোৱা হোৱা নাই। আমি এতিয়া ইয়াকে বুজিছোঁ যে এই বিষয়ে মতদ্বৈধ আছে বাবেই এই মেলৰ আহ্বান।

এতিয়া তাত ধৰ্মবিচাৰত যিটোকেই পোৱা যাব, তাকেই উভয় পক্ষে এৰা-ধৰাকৈ গ্ৰহণ কৰা কৰ্তব্য। কিয়নো ইংৰাজ জাতিৰেই এজন মনস্বী-পুৰুষৰ ভাষাত কবলৈ গ'লে—great Empires and little minds go ill together—অৰ্থাৎ বিশাল সাম্ৰাজ্য আৰু ঠেক মন কেতিয়াও খাপ খাব নোৱাৰে। এই কথা উভয় পক্ষৰ মেলুৱৈসকলে মনত ৰখা উচিত। শাস্ত্ৰীৰ ভাষাৰে কবলৈ গ'লে এই ঘূৰণীয়া মেজমেলত Round wisdom-ৰেই দৰ্কাৰ অৰ্থাৎ বিবেচনাৰে সৈতে কথা কৈ সকলোজনৰে মন ঘূৰাব পৰাটোৱেই ঘাই কথা।

দ্বিতীয় কথাটোত ভাৰতবৰ্ষীয় মেলুৱৈসকলৰ দায়িত্ব আৰু গুৰুতৰ। জাতিতকৈ জাতি ডাঙৰ হ'ব নোৱাৰে এই কথা মেলত বহাসকলে আৰু বুজিবলৈ বাকী আছেনে? সৰ্বজানৰ ভতিজাক নহৈয়ো আমি নিঃসন্দেহে ক'ব পাৰোঁ যে ভাৰতবৰ্ষ আকৌ ঘূৰি হিন্দু ভাৰতবৰ্ষ বা মুছলমান ভাৰতবৰ্ষ, শিখ, জৈন, পাৰ্চিৰ ভাৰতবৰ্ষ ইত্যাদি হ'ব নোৱাৰে। আজি আমেৰিকালৈ এবাৰ চাই পঠিয়ালেই দেখোন হয়।

আমেৰিকা আবিষ্কাৰৰ দিন ধৰি ইউৰোপৰ সকলো দেশৰ মানুহে সেই দেশ ছাটি পেলালে। বিভিন্ন জাতি-ধৰ্মৰ স্বাৰ্থ লৈ তেওঁলোক আমেৰিকা-মুৱা হৈছিল। এই সকলোখিনিৰ সান-মিহলি ( amalgam )য়েই এখন বিৰাট যুক্তৰাষ্ট্ৰ ( United States of America ) স্থাপন কৰিলে। আজি তেওঁলোকে একশৰণীয়া আমেৰিকান। ভাৰতবৰ্ষৰো সেই একে পথ। ভাৰতজননীৰ আহল-বহল কোলাত পৃথিবীৰ সৰ্বজাতিৰ সৰ্বধৰ্মৰ সৰ্বভাষাৰ ক্ৰিয়া চলিব আৰু এতিয়াও চলিয়েই আছে, এতিয়া সকলোৱে মিলি-জুলি এখন ভূ-ভাৰত Greater India তৈয়াৰ কৰাই আদৰ্শ হোৱা উচিত। নামঘৰত সোমায়েই মাহ-চাউলৰ ভাগ লৈ কোঢ়াল লগালে বিঘিনিহে ঘটিবৰ কথা। তাত ইষ্টদেৱতা লাভ হ'ব নোৱাৰে। নাম-গোৱাৰ পাচত বিলনীয়াই কাৰ পাতত এডোখৰ কল-কুঁহিয়াৰ বেচিকৈ পেলাই থৈ গ'ল তালৈ কোনো ভকতেই চকু নিদিয়ে আৰু দিয়াও উচিত নহয়। ঘাই কথা, নাম-ভাগিলেহে মাহ-চাউল বিলোৱা হয়। আমি অনুমান কৰিব পাৰিছোঁ, এই মেলত সকলো সম্প্ৰদায়েই ঘৰুৱা কথা তল পেলাই আচল কথাতেই মন দিব।



তৃতীয় বিষয়টো লৈ নানা মুনিৰ নানা মত হৈছে আৰু হবও। আমি হ'লে সেই বিষয়ে মূৰ ঘমাব নোখোজোঁ। ভাৰতৰ পানী বতাহে যি ( constraction ) সুজিব, ভাৰতে তাকেই গ্ৰহণ কৰিব লাগিব। বৃটিছ সাম্ৰাজ্যৰ আন আন ডমিনিয়নবিলাকৰ সৈতে ভাৰতে যদি সমানে আসন পায়, সেই পদৰ যোগ্য এটি ঘৰো পাব। গঢ় অলপ লৰ-চৰ হ'ব পাৰে, কিন্তু, ঢকুৱাৰ বেৰ হ'বই নোৱাৰে। দেশে, United States of India-ৰেই স্বপ্ন জানো দেখি অহা নাই।

এই কথাই এতিয়াই আমাৰ মনত বিশেষকৈ খেলাইছে যে ওপৰত উঙুকিয়াই অহা তিনিটা বিষয়েই এই সন্ধিক্ষণত ভাৰতবৰ্ষৰ পক্ষে ত্ৰাহস্পৰ্শ বা ত্ৰিবেণীসঙ্গমত পৰিণত হ'ব পাৰে। সতীৰ্থসকলে যেন এই কথালৈ মনত ৰাখে।

[ ৬ আঘোণ, ১৮৫২ ॥ ২২ নৱেম্বৰ, ১৯৩০ ]

## ধনৰ সোঁত

আমাৰ দেশৰ মানুহে টকাত মামৰে ধৰে কেনেকৈ এই কথা জানে যদিও ধনৰ সোঁতবোৱা কথাটোৰ বৰকৈ ভু-নেপায়। ধনকুবেৰতকৈ ধন-গুলৈকেহে আমাৰ মানুহে দেখিছে। টকাত কালিকা লাগে আমাৰ দেশতেই। শিলে পোৱালি মেলিলেও টকাই আমাৰ দেশত পোৱালি মেলা নাছিল। কিন্তু ল'ৰাই যেনেকৈ মাকৰ কোলাৰ টেপাটোতেই বাঢ়িব নোৱাৰে, হা-ফোলা মাৰি ইকোলা-সিকোলা কৰিলেহে হাত-ভৰিৰ আঁহ-পাঁহ মুকলি হৈ শকত-আৱত হয়, সেইদৰে গাঁঠিৰ টকাই ইহাত-সিহাত বগাবলৈ পালেহে ডৰিকাৰ ঘাটৰ দৰে আকৌ ছুটকা আনিব পাৰে। টকাৰ এই সদ্ব্যৱহাৰ নজনাৰ দোষতে আমাৰ মানুহে আঘোণ-মহীয়া পথাৰৰ ধান আধা-মূলিকৈ বেচি মহাজনলৈ সুদৰ টোপোলাটো আগবঢ়াই দি খাজনা শোধাবৰ সময়ত আকৌ জপাৰ কানি-কাপোৰ ছুডোখৰ বেচি-কিনি যি ছুটকা হয় লেঠামৰা আমি সদায় দেখি আহিছো। মাছলৈ ধান, মাহ, সৰিয়হ দি, এটিপা গাখীৰ দি এটা কেৰিগুৰ সলোৱা যুগ যেতিয়া উঠি গৈছে। এতিয়া দেশত ধনৰ

হাঁকুটি কিদৰে লগালে ভুটকা সৰে, তাৰ বুদ্ধি-সন্ধি জনাটোৱেই ঘাই কথা হৈছে। তাৰৈ চাই ধন সিঁচিলেহে ভাল ফল পোৱা যাব। সেইদৰে গাঁঠিৰ ধন যতে ততে ছতিয়ালেও নহ'ব। তাক থল বুজিহে মেলিব লাগিব। ধনৰ এই আমদানিয়েই হৈছে বৰ্তমান যুগৰ অৰ্থনীতি। ইয়াৰ ওপৰতেই দেশৰ অৰ্থবল নিৰ্ভৰ কৰিছে।

এই কাৰণেই উন্নত দেশবিলাকত অহা-যোৱা কৰা বাটবিলাকত কাঁইট হুপুটি আহল-বহল আৰু মুকলি কৰি দিয়া হৈছে। তাৰ ফলত সেইবিলাক দেশত বাটে-ঘাটে যতে-ততে কেৱল টকাৰ খেলকেহে দেখা যায়। এইবাবে তাত মানুহে বেহা-বেপাৰ বেচা-কিনা সকলো কাম হাতৰ মুঠিতে ৰাখি স্বতন্তৰীয়া হৈ চলিব পাৰিছে। দেশ দোপত দোপে ওপৰলৈ উঠিছে, থহি পৰা নাই। এই কথা সঁচাকৈ, সকলো দেশতে অলপ নহয় অলপ থাপিত অৰ্থাৎ সধ্যে হাত দিবলগীয়া নলগীয়া ধন থাকে। এইবিধ ধন যি দেশত যি পৰিমাণে আৰু প্ৰণালীৰে থটোৱা হয়, সেই দেশ সেই অনুপাতে চহকী বা দুখীয়া হোৱাৰ কথা। অৱশ্যে দেশ ধনী বা দুখীয়া হোৱাৰ এইটোৱেই একমাত্ৰ কাৰণ নহয়। আমি এতিয়া দেখিবলৈ পাইছোঁ যে যিবিলাক দেশত এই থাপিত ধনখিনিয়ে, বেঙ্কৰ জৰিয়তে দহ-ঠাই ঘূৰি পকি, সিহঁতক আকৌ দহ-টকা আনি দিছে অথচ দহ-ঠাই ঘূৰি ফুৰোঁতে, দহজনৰ কামত লাগি সহায় হৈছে, সেইবিলাক দেশৰেই আৰ্থিক উন্নতি সহজে হৈছে। বেঙ্কতো এই টকাই একৰকম নিশ্চিত হৈ শুই আছে। কেৱল তেওঁৰ লগুৱা-লিকচৌ চেক, হুণ্ডি নোট এইবিলাক টাকুৰি ঘূৰাদি ঘূৰি ঘূৰি দহ ঠাইত দহোটা জোৰা মাৰি ফুৰিছে। যিবিলাক দেশত টকাৰ এই লগুৱা-লিকচৌৱে ঘৰে ঘৰে এইদৰে যোগান দি ফুৰিছে সেইবিলাক দেশত ধনক খেদি ফুৰাতকৈ ধনেহে খেদি ফুৰে। আমাৰ দেশত কিন্তু ঠিক ইয়াৰ বিপৰীতে চলিছে।

সভ্য জগতত আজি-কালি creditৰ ওপৰতেই কাৰবাৰ চলিছে। সেইবিলাক ঠাইত টকা-কড়িৰ ( coins ) ভাৰ-পাচিবোৰ কান চিগি যোৱাকৈ ঘৰে ঘৰে লৈ ফুৰিব নেলাগে। Negotiable instruments অৰ্থাৎ চেক্ হুণ্ডি নোট আদিৰেই কাম চলাব পাৰি। টকাৰ মোনাটো পিঠিৰে নকঢ়িয়ায়।



কাগজ-টুকুৰাকেই টকা-কড়িৰ সলনি দিব পাৰি। এই চেক হুণ্ডিৰ ফলত সেইবিলাক দেশত মানুহে লাখ লাখ টকা টিপতে অনা-নিয়া কৰি দিনে-ৰাতিয়ে কাৰবাৰ চলাই আছে। তদুপৰি এই ধনৰ credit আৰু বলত দেশৰ শ্ৰীসম্পদ দিনে-দিনে বাঢ়ি আছে। কাৰণ এনে প্ৰণালীৰে ধন চলালে দেশৰ সোণ আদি লাগতিয়াল ধাতু সুমুৱাই থৈ ধনগুলৈক ৰখীয়া কৰিবৰ দৰকাৰ নাই বা নকৰে। টকাও তেতিয়া মামৰে নধৰে। টকাৰ সকলো দেশতেই ৰূপ-সোণৰ ব্যৱহাৰ আছে। যিবিলাক দেশত সোণ-ৰূপৰ মুদ্ৰাৰ প্ৰচলন আছে সেইবিলাক ঠাইত তাৰেই দেশৰ বিনিময় ( Exchange ) কাম চলে। আমাৰ দেশত টকা-শালি ( Mint )-লৈ নোযোৱা বহুত সোণ-ৰূপ অলঙ্কাৰ-পাতিত সোমাই থকাৰ বদনামটো চলি আহিছে। এই কথা বহলাই আলোচনা কৰা এই ঠাইত আমাৰ উদ্দেশ্য নহয়। আমি মুঠতে ইয়াকে ক'ব খোজোঁ যে অলঙ্কাৰ-পাতিতেই হওক বা আনদৰেই হওক সোণ-ৰূপ বন্ধ হৈ থাকিলে দেশত ধন সমাগমৰ বাটত হেঙাৰ দিয়া যে হয় এইটো সঁচা। এফালে সোণ-ৰূপৰ দাম কমিলেও লেঠা। এই কাৰণেই সোণ-ৰূপ আৰু কাগজ ( metal and paper currency ) এই দুইটাই বৰ্তমান জগতত চলিত মুদ্ৰা। গৱৰ্ণমেণ্টৰ চলিত নোটৰ ( currency notes ) কৰা কাৰণেই হৈছে যে যাতে Redundant specieএ অৰ্থাৎ সোণ ৰূপৰ আধিক্যই বা আন পক্ষে অভাৱে ধনৰ বজাৰত ঘম-ঘণ্টা লগাব নোৱাৰে। এনে শৃঙ্খলা লগোৱাই আজি-কালিৰ দিনৰ বেঙ্কৰ ঘাই উদ্দেশ্য। আৰু এই কামৰ গুৰিতে গুৰি-বঠালৈ যি দেশৰ গৱৰ্ণমেণ্টে তাক পোনাই দি চলাই আছে, সেই সেই দেশেই বতাহ ধুমুহা পাৰ হৈ ধনৰ সোঁতত পাৰি দি অৰ্থৰ সন্ধানে উজাবই লাগিছে। নিয়ন্ত্ৰিত ( Regulated ) ধন-সোঁতেই দেশৰ আৰ্থিক বল। আমাৰ দেশত ধনৰ সোঁতা কিন্তু এতিয়াও মৰিকলং ( stagnant )।

[ ৬ আঘোণ, ১৮৫২ ॥ ২২ নৱেম্বৰ, ১৯৩০ ]

## বৰলাটৰ অসম-ভ্ৰমণ

আমি শুনিবলৈ পাইছো যে অহা জানুৱাৰী মাহত বৰলাট বাহাদুৰ যোৰহাটত এখন্তেক পদাৰ্পণ কৰি সেইদিনাই মণিপুৰলৈ যাত্ৰা কৰিব। এই যাত্ৰাৰ উদ্দেশ্য এতিয়াও আমি সঠিক একো শুনা নাই। ইয়াৰ আগেয়ে আসামে বৰলাট বাহাদুৰৰ আগমনলৈ বাট চাই আছিল। এতিয়া তেখেতৰ আগমনত আসাম নিশ্চয় সন্মানিত হ'ব।

ব্ৰহ্মদেশ পৃথক হোৱাৰ কথা বহুত দিনৰপৰা চলিছিল। এতিয়া ভাৰত গৱৰ্ণমেণ্টৰ ডিছপাচেও সেইকথা উনুকিয়াইছে। বহুতে সেই কাৰণে ভাবিছে যে বৰলাট বাহাদুৰৰ মণিপুৰ যাত্ৰাৰ লগত ইয়াৰ সম্বন্ধ আছে। এইকথা উৰা-বাতৰি বুলিয়েই ধৰিব লাগিব। পিচে কথা যদি সঁচা হয় এই কথাও আসাম আৰু ব্ৰহ্মদেশৰ মাজৰ সীমান্ত ঠাইডোখৰ লৈ কোনো কথা উঠিব পাৰে। আজি কিছুকাল পূৰ্বে এইদৰে আন এটা জনৰৱ উঠিছিল। আসামৰ পূবত এখন উত্তৰ-পূব সীমান্ত প্ৰদেশ হ'ব বুলি কথা ওলাইছিল। আমি হ'লে এই কথাৰ কোনো ভেটি নাই বুলিয়েই ধৰিছো। আসামক আৰু ঠেক কৰিবৰ দিন নাই। সেই কথাত আসাম কস্মিন কালেও ৰাজি নহ'ব। মুঠতে এইকথা মানিব পাৰি যে যদিহে ব্ৰহ্মদেশ পৃথক হয়, তেতিয়া আসাম আৰু ব্ৰহ্মদেশৰ মাজৰ সীমাৰ কোনো পৰিৱৰ্তন ঘটিব পাৰে। কিন্তু, সেয়ে হ'লেও আসামৰ সীমা আৰু বৃদ্ধি হ'ব বুলিহে আমি আশা কৰোঁ।

[ ৬ আঘোণ, ১৮৫২ ॥ ২২ নৱেম্বৰ, ১৯৩০ ]

## ঘূৰণীয়া মেজমেলৰ সভাপতি মিঃ ৰাম্‌জে মেক্‌ডনেল্ডৰ উপদেশ

যোৱা ২১ নৱেম্বৰ তাৰিখে ঘূৰণীয়া মেজৰ পূৰা বৈঠকত কথন-মথন অধ্যায় সমাপ্ত হৈ গৈছে। এতিয়া ভাৰতৰ নিমিত্তে শাসনতন্ত্ৰ গঠন কৰিবৰ পাল আৰম্ভ হ'ব। বৈঠকৰ সামৰণিত প্ৰধানমন্ত্ৰীয়ে দিয়া বক্তৃতাৰ সাৰাংশ তলত উদ্ধৃত কৰা হ'ল।



"আপোনাসকলে (ভাৰতীয় মেলুৱৈসকলে) ইয়াৰপৰা উভতি গৈ ভাৰতৰ জন-সাধাৰণৰ তীব্ৰ মতামতৰ সম্মুখীন হবগৈ লাগিব। জন-সাধাৰণৰ মাজতো এটা ৰাজনৈতিক চাঞ্চল্য আৰু প্ৰবল আন্দোলনো দেখিবলৈ পাব পাৰে। ভাৰতৰপৰা যাত্ৰা কৰোঁতে আপোনাসকলৰ বহুতে ক'লা নিচানৰ শোভাযাত্ৰাৰে বিদায় পাইছিল। ঘূৰি যাওঁতেও সম্ভৱতঃ তেনেকুৱা ক'লা নিচানৰ শোভাযাত্ৰায়েই আপোনালোকক আদৰিব। আমি (অৰ্থাৎ বিলাতৰ মেলুৱৈসকল) আৰু আমাৰ দেশেও সম্ভৱতঃ তেনেকুৱা আপ্যায়নকে পাম। মোৰ মতে আমি সেইবিলাকলৈ আওকাণ কৰি প্ৰকৃত অৱস্থাবিলাকু দকৈ বিবেচনা কৰি চাই কাৰ্য-কুশলতাৰে ঘটনা-বিলাক পৰ্যবেক্ষণ কৰি এটা সিদ্ধান্তত উপনীত হবগৈ লাগিব। প্ৰকৃত ঘটনা-বিলাক মীমাংসা কৰাত কোনো বাধা বা সীমা থাকিব নোৱাৰে। একালে গ্ৰেট ব্ৰিটেইনৰ জনমতাৱলম্বী আমাৰ বৃটিছ ডেলিগেটসকল আৰু আনফালে দায়িত্ব-জ্ঞান থকা আপোনালোক মেলুৱৈসকল, এই দুই পক্ষৰ ভিতৰত এইটো ঠিককৈ ল'ব লাগিব যে আমি কেৱল আমাৰ কৰ্তব্যৰ আধ্যাত্মিক ফালটো চালেই নহ'ব; তাৰ প্ৰকৃত বা বাস্তৱ দিক্‌টোৰ ফালেও সম্পূৰ্ণ মন ৰাখি কাৰ্যত নামিব লাগিব। * * *

আপোনাসকলৰ বক্তৃতাবিলাকৰপৰা মই কেতথিনি কাৰ্যতালিকাৰ আভাস পাইছোঁ। তাৰে কেইটামান মোটামুটিকৈ তলত লিখি দিছোঁ।

১। যি যি বিষয়লৈ যুক্তৰাষ্ট্ৰতন্ত্ৰ গঠন হ'ব, সেইবিলাক কেনেধৰণৰ হ'ব।

২। কেন্দ্ৰীয় শাসনতন্ত্ৰ (Central Constitution) কেনেকুৱা ধৰণৰ হ'ব।

৩। কেন্দ্ৰীয় চৰকাৰৰ লগত দেশীয় ৰাজ্যবিলাকৰ সম্বন্ধ কেনেকুৱা হ'ব।

৪। লঘিষ্ঠ সম্প্ৰদায়বিলাকৰ আৰু অইন অইন বিশেষ সম্প্ৰদায়বিলাকৰ সহানুভূতি আৰু সহযোগিতা পাবলৈ কি কি বিধান কৰিব লাগিব।

৫। ঘাইকৈ কি কি কেইটা প্ৰধান বিষয় লৈ যুক্তৰাষ্ট্ৰৰ ( Federal Govt. ) খচৰাৰ ভিত্তি পত্তন কৰিব। আৰু সাধাৰণতঃ সেই যুক্তৰাষ্ট্ৰৰ কাম, দায়িত্ব আৰু ক্ষমতা কেনেধৰণৰ হ'ব।

* * *

"বন্ধুসকল, কেৱল তৰ্ক কৰিয়েই আমি এইবিলাক প্ৰশ্নৰ মীমাংসা কৰিব নোৱাৰোঁ। আৰু ভাৰতীয় বাগ্মী পুৰুষসকলৰ সুতীক্ষ্ণ তৰ্ক শুনি মই বৰ ভাল পাওঁ আৰু মোবো সেই তৰ্ক-বিতৰ্কত যোগ দিবলৈ মন যায়। কিন্তু তেনেবিলাক তৰ্ক ইয়াত দেশ কাল পাত্ৰ অনুসৰি যথোচিত নহয়। আপোনালোকৰ এতিয়া প্ৰধান কাম হৈছে সংযতভাৱে বহি সমস্যাবিলাক কাৰ্যত পৰিণত কৰিবপৰা কিছুমান প্ৰস্তাৱ উদ্ভাৱন—যিবিলাক প্ৰস্তাৱ দৰাচলতে পাৰ্লিয়ামেণ্ট মহাসভাৰ বিবেচনাৰ যোগ্য হয় আৰু মহাসভাৰ আইন-কানুনৰ অন্তৰ্ভুক্ত কৰিবপৰা হয়। যুক্তৰাষ্ট্ৰ বা আন কোনো প্ৰকাৰৰ শাসনতন্ত্ৰই হওক তাৰ দুটা প্ৰধান লাগতিয়াল কথা আছে। প্ৰথমটো হৈছে শাসনতন্ত্ৰ সুকলমে চলিব পৰা হ'ব লাগিব। কোনো প্ৰকাৰৰ অচল শাসনতন্ত্ৰ গঢ়ি একো লাভ নাই।

দ্বিতীয়টো হৈছে—এনেকুৱা এটা শাসনতন্ত্ৰ গঢ়িব লাগিব যিটিয়ে ক্ৰম-বিকাশ দেখুৱাব পাৰে আৰু এই ক্ৰমবিকাশ হৈ হৈ সময়ত ই পূৰ্ণতা লাভ কৰিবগৈ পাৰে। আপোনালোকে এনে এটা চিৰবাদী শাসনতন্ত্ৰ গঠন কৰিব নোৱাৰে যি শাসনতন্ত্ৰ আপোনালোকৰ নাতি, পৰিনাতি, আজোনাতিৰ দিনলৈকে সকলোৰে মনঃপুত হৈ থাকিব। মুঠতে কবলৈ গ'লে যি শাসনতন্ত্ৰই হওক, সি যথাৰ্থ কাৰ্যকৰী আৰু ক্ৰমোন্নতিশীল হ'ব লাগিব। আৰু এনেকুৱা শাসনপদ্ধতিহে লাহে লাহে জনমত পৰিৱৰ্তনৰ লগে লগে ভাৰতৰ অভিজ্ঞতাই পূৰ্ণ পৰিণতি দিয়াত সহায় কৰিবগৈ।"

[ ৬ আঘোণ, ১৮৫২ ॥ ২২ নৱেম্বৰ, ১৯৩০ ]

## ভাৰতৰ নতুন শাসনতন্ত্ৰ গঠন-সমিতি

ভাৰতৰ ভৱিষ্যত শাসনপদ্ধতি কি ধৰণৰ হ'ব তাক মীমাংসা কৰিবলৈ ঘূৰণীয়া মেজমেলৰ সকলো পক্ষৰ মেলুৱৈসকলৰপৰা বাছি বাছি সভ্য লৈ এটা সমিতি গঠন কৰা হৈছে। এই সমিতিৰ নাম হৈছে Constitutional Structural Committee. এই কমিটিয়ে তলত দিয়া বিষয় কেইটিৰ মীমাংসা কৰিবলৈ ক্ষমতা পাইছে।



(১) ভাৰতৰ দায়িত্বপূৰ্ণ শাসনতন্ত্ৰ (Responsible Govt.) কেনে ধৰণৰ হ'ব লাগিব তাৰ মীমাংসা কৰা।

(২) সেই শাসনপদ্ধতিকে গঢ়ি লৈ মিত্ৰৰাজ্যবিলাকৰ, প্ৰাদেশিক চৰকাৰবিলাকৰ আৰু কেন্দ্ৰীয় চৰকাৰৰ ভিতৰত কি সম্বন্ধ বা সেইবিলাকৰ নিজৰ নিজৰ কি ক্ষমতা থাকিব, সেই বিষয়ে মীমাংসা কৰা।

(৩) এই সমিতিয়ে ইচ্ছা কৰিলে আৰু নতুনকৈ সভ্য ল'ব পাৰিব আৰু বিশেষজ্ঞসকলৰপৰাও পৰামৰ্শ ল'ব পাৰিব।

৩২ জন সভ্যৰে এই সমিতি গঠিত হৈছে। তাৰে ১০ জন মিত্ৰৰাজ্য-বিলাকৰপৰা, ১৬ জন বৃটিছ ভাৰতৰপৰা আৰু ৬ জন গ্ৰেট-ব্ৰিটেনৰপৰা লোৱা হৈছে।

(i) মিত্ৰৰাজ্যৰ—পাতিয়ালাৰ মহাৰজা, ভুপালৰ নবাব, বিকানীৰৰ মহাৰাজা, আলোৱাৰৰ মহাৰাজা, কৰ্ণেল হাস্বাৰ, ছাৰ আকবৰ হাইদৰী, ছাৰ মিৰ্জা ইছমাইল, মিঃ টি. ভি. কৃষ্ণমাচাৰী, ছাৰ মনুভাই মেহটা আৰু ছাৰ প্ৰভাশঙ্কৰ বত্তনী।

(ii) ছাৰ তেজবাহাদুৰ চাপ্ৰু, ছাৰ চিমনলাল শীতলবাদ, মিঃ ৰামচন্দ্ৰ ৰাও, ছাৰ চি. পি. ৰামস্বামী আয়াৰ, মিঃ জিন্না, মিঃ মহম্মদ আলি, মিঃ ছফৎ আহম্মদ খাঁ, ছাৰ মহম্মদ চফি, মিঃ ফজলুল হক, মিঃ জয়াকৰ, ডাক্তৰ মুঞ্জে, চৰ্দাৰ উজ্জল সিংহ, মিঃ গাৰ্ডিন জোনছ্, চাৰ এ. বি. পাত্ৰ, মিঃ আম্বেদকাৰ আৰু ছাৰ ভূপেন মিত্ৰ।

(iii) গ্ৰেট বৃটেইনৰ—মিঃ ওৱেজউড্ বেন ( ভাৰতমন্ত্ৰী ), লৰ্ড ছাঙ্কি, ভাইকাউন্ট পীল, মাৰ্ক্ৱিচ অৱ জেটলেণ্ড, লৰ্ড ৰিডিং আৰু মাৰ্ক্ৱিচ অৱ লোথিয়ান।

[ ৬ আঘোণ, ১৮৫২ ॥ ২২ নৱেম্বৰ, ১৯৩০ ]

# নতুন শাসনতন্ত্ৰ সংস্কাৰ গঠন সমিতিত মিত্ৰ-ৰাজ্যবিলাকৰ দাবী

ঘূৰণীয়া মেজমেলৰ অধিবেশন হৈ যোৱাৰ পাচত এই সপ্তাহত নতুন সংস্কাৰ গঠন সমিতি বহিছে। সেই সমিতিত বৃটিছ ভাৰতৰ অমুছলমান সভ্যসকলে অন্যান্য বিষয়ৰ লগত তলত লিখা বিষয় দুটাৰো মীমাংসা কৰিব।

(১) মিত্ৰৰাজ্য সম্পৰ্কীয় কোনো বিষয় বা বিষয়বিলাকত বৃটিছ ভাৰতে হস্তক্ষেপ কৰিব পাৰিবনে নোৱাৰে।

(২) মিত্ৰৰাজ্যাধিকাৰসকলৰ বৃটিছ ভাৰতৰ মন্ত্ৰীত্বত কোনো প্ৰকাৰ দাবী থাকিবনে নেথাকে।

(৩) যিমানদূৰ খবৰ পোৱা হৈছে, মিত্ৰৰাজ্যসকলে এই নতুন গঠন সমিতিত সম্প্ৰতে তেওঁলোকৰ কোনোৰকম প্ৰস্তাৱ দাখিল নকৰে। কিন্তু, তেওঁলোকৰ দাবীবিলাকৰ ভিতৰত তলত লিখা কেইটাই প্ৰধানকৈ দাখিল হ'ব বুলি জনা গৈছে।

(১) ব্ৰিটিছ ৰাজশক্তিৰ হাততেই সৈন্যবিভাগ আৰু বৈদেশিক বিভাগ ৰাখিব লাগিব।

(২) সেই ৰাজশক্তিৰ হাততেই সৈন্যবিভাগ আৰু বৈদেশিক বিভাগ ৰাখিব লাগিব।

(৩) বৃটিছ ভাৰতৰ সমানেই মিত্ৰৰাজ্যবিলাকৰ নিৰ্বাচিত প্ৰতিনিধি থাকিব লাগিব।

(৪) নতুন শাসন-সংস্কাৰ প্ৰৱৰ্তিত হোৱাৰ আগেয়েই মিত্ৰৰাজ্যবিলাকৰ ক্ষমতা, দায়িত্ব আদি নিৰ্ধাৰিত কৰিব লাগিব।

(৫) মিত্ৰৰাজ্যবিলাকৰ আৰু বৃটিছ ভাৰতৰ আইন ৰাষ্ট্ৰৰ এখন সৰ্বোচ্চ আদালত ( Supreme Court ) থাকিব।

ভাৰতৰ ভৱিষ্যৎ শাসন-প্ৰণালী গঠন কৰিবলৈ আহিঁ বিচৰাত হিজ হাইনেছ্ আগাখানৰ লগত পৰামৰ্শ কৰি ডাঃ মুঞ্জেই বোলে ভাৰতলৈ পুনঃ আহি মহাত্মা গান্ধী আৰু আন আন কংগ্ৰেছ নেতাৰ সৈতে আলোচনা কৰি প্ৰণালী লিপিবদ্ধ কৰি নিবহি বুলি ডাঃ মুঞ্জেই কয়



কিন্তু, পাৰ্লিয়ামেণ্টৰ গৰাকীসকলে এনে প্ৰণালী বিচাৰিছে বুলি হ'লে কোৱা নাই।

[ ১৩ আঘোণ, ১৮৫২ ॥ ২৯ নৱেম্বৰ, ১৯৩০ ]

# ঘূৰণীয়া মেজমেললৈ ভাৰত চৰকাৰৰ দুটা নতুন প্ৰস্তাৱ

ৰয়টাৰৰ খবৰপৰা জনা গৈছে যে ভাৰত চৰকাৰে পূৰ্বে ঘূৰণীয়া মেজলৈ দিয়া প্ৰস্তাৱবিলাকৰ বাজেও নতুনকৈ দুটা প্ৰস্তাৱ পঠাইছে। এই প্ৰস্তাৱ দুটি এই—

(১) যদি যুক্তৰাষ্ট্ৰই ভাৰতৰ শাসনপদ্ধতি হয় তেন্তে কেন্দ্ৰীয় চৰকাৰ আৰু প্ৰাদেশিক চৰকাৰবিলাকৰ সংৰক্ষিত বিভাগ বিলাকত ( Reserved Subjects ) সেইবিলাক বিভাগৰ ওপৰৱালাসকলৰ লগত একোজন দায়িত্ব-জ্ঞান থকা ভাৰতীয় সভ্য দিব পৰা হ'ব।

(২) সামন্তৰাজ্যবিলাকৰ সকলো ৰকমৰ সমস্যা মীমাংসা কৰিবলৈ সামন্তৰাজসকলৰ এখন সভা থাকিব। ভাইচৰয়ৰ প্ৰধান চেক্ৰেটেৰীজন সেই সভাৰ সভাপতি থাকিব।

ঘূৰণীয়া মেজমেলত লৰ্ড ছাঙ্কিৰ বাৰটা নতুন প্ৰশ্ন—২৭।১১।৩০ তাৰিখে ঘূৰণীয়া মেজৰ নতুন শাসন সংস্কাৰ গঠন সমিতিৰ এটা বৈঠক হৈ গৈছে। তাত বৃটিছ ভাৰতীয় সভ্যসকলৰ প্ৰস্তাৱমতে সকলোবিলাক বৃটিছ ভাৰতীয় মেলুৱৈকে এই সংস্কাৰ গঠন সমিতিৰ সভ্য কৰা হৈছে। সেই সমিতিত মেলৰ অন্যতম বৃটিছ সভ্য লৰ্ড ছাঙ্কিয়ে তলত লিখা ১২টা নতুন প্ৰশ্ন সমিতিৰ মীমাংসাৰ নিমিত্তে ডাঙি ধৰিছে—

(১) যুক্তৰাষ্ট্ৰ গঠনৰ মুল উপাদানবিলাক।

(২) যুক্তৰাষ্ট্ৰৰ ব্যৱস্থাপক সভাৰ প্ৰকাৰ ( অৰ্থাৎ কেনে ধৰণৰ বা কি কি বিশেষ ক্ষমতা থকা ) আৰু সেই সভাৰ মেল-চ'ৰাৰ ( Chambers ) সংখ্যা।

(৩) ব্যৱস্থাপক সভাবিলাকৰ ক্ষমতাৰ মীমাংসা।

(৪) যুক্তৰাষ্ট্ৰৰ ব্যৱস্থাপক সভাৰ সভ্যৰ সংখ্যা আৰু যদি সেই সভাৰ

ছুটা মেল চ'ৰা হয় তেন্তে প্ৰত্যেক চ'ৰাৰে সভ্যৰ সংখ্যা আৰু সেইবিলাক সভাত কোন প্ৰদেশৰপৰা কিমান আহিব তাৰ নিৰ্দেশ।

(৫) বৃটিছ-ভাৰত আৰু সামন্ত-ৰাজ্যৰপৰা সভ্য বাছি অনাৰ প্ৰথা (অৰ্থাৎ কি ৰকম অনুপাতত সভ্য কৰা হ'ব)।

(৬) যুক্তৰাষ্ট্ৰীয় শাসন বিভাগবিলাকৰ গঠন, ধৰণ আৰু ক্ষমতা আৰু দায়িত্ব।

(৭) প্ৰাদেশিক ব্যৱস্থাপক সভাবিলাকৰ ক্ষমতা।

(৮) প্ৰাদেশিক শাসন বিভাগবিলাকৰ গঠন, ধৰণ, ক্ষমতা আৰু দায়িত্ব।

(৯) লঘিষ্ঠ (Minor) আৰু কিছুমান বিশেষ বিশেষ সম্প্ৰদায়ৰ সহানুভূতি আৰু সহযোগিতা পাবলৈ কোনো বিশেষ বন্দোবস্ত।

(১০) যুক্তৰাষ্ট্ৰীয় সৰ্বোচ্চ আদালত (Supreme Court) স্থাপনৰ আৰু এই আদালতৰ ক্ষমতাৰ মীমাংসা।

(১১) ভাৰত ৰক্ষাৰ নিমিত্তে সৈন্যবলৰ পৰিমাণ।

(২২) ইংলণ্ডৰ ৰাজশক্তিৰ লগত, ভাৰত যুক্তৰাষ্ট্ৰৰ কেন্দ্ৰীয় আৰু প্ৰাদেশিক শাসন বিভাগৰ সম্বন্ধৰ মীমাংসা।

ভাৰতত ইংৰাজ সৈন্য কমোৱাৰ বিষয়ে ভাৰত চৰকাৰৰ প্ৰস্তাৱ—ভাৰত চৰকাৰে ইংলণ্ডৰ যুদ্ধ পৰিষদক, ভাৰত চেক্ৰেটৰিক আৰু ভাৰতৰ যুদ্ধ বিভাগৰ কৰ্তৃপক্ষসকলক অনুৰোধ কৰিছে যে, যাতে ২৫ বছৰৰ ভিতৰত থকা ইংৰাজ সৈন্যৰ সংখ্যা ২০,০০০লৈ কমাৰ পৰা হয়, এই বিষয়ে এটা প্ৰণালী স্থিৰ কৰি ঘূৰণীয়া মেজমলৰ আগত পেচ কৰা হওক।

ঘূৰণীয়া মেজমেলত সাম্প্ৰদায়িক নিৰ্বাচনৰ প্ৰস্তাৱ: ঘূৰণীয়া মেজলৈ যোৱা বঙ্গদেশৰ ঢাকাৰ নবাৰ বাহাদুৰ আৰু অন্যান্য বঙ্গদেশীয় মুছলমান নেতাসকললৈ এই বুলি টেলিগ্ৰাম কৰিছে যে, হিন্দু-মুছলমানৰ সাল-সলনি বাছনিৰ মীমাংসাৰ বিষয়ে ওলোৱা খবৰবিলাক অমূলক। যাতে ভাৰতৰ নতুন শাসনতন্ত্ৰত সাম্প্ৰদায়িক স্বকীয়া নিৰ্বাচন হয়, সেই বিষয়ে মাননীয় আগাঁখাৰ নেতৃত্বত ঘূৰণীয়া মেজৰ মুছলমান প্ৰতিনিধিসকলে একযোগে অহোপুৰুষাৰ্থ কৰিছে।

[২০ আঘোণ, ১৮৫২ ॥ ৬ ডিচেম্বৰ, ১৯৩০]

## অসমীয়া ফৌজ

নিৰস্ত্ৰ দেশে কোন কালে স্বৰাজ ভোগ কৰিবপৰা নাই। বৰ্তমানে ভাৰতে স্বৰাজ লাভ কৰিলে দেশৰক্ষাৰ উপায়ো চিন্তিব লাগিব। এই কথাটোৱে যদিও ঘূৰণীয়া মেজমেলত বিশেষ (prominent) আকৰ্ষণ পোৱা নাই তথাপি আমাৰ বোধেৰে ই এটা ঘাই সমস্যা। ইফালে যদিও লীগ (League of Nations) বা জাতিসঙ্ঘই দেশবিলাক সম্ভৱপৰ নিৰস্ত্ৰ কৰিবলৈ যত্ন কৰিছে, তথাপি সেই সত্যযুগ এতিয়াও বহুত দূৰত আছে। কাজেই ভাৰতেও স্বৰাজ লাভ কৰিলে সৈন্য-সামন্ত ৰাখি দেশৰক্ষা কৰিব লাগিব। অস্ত্ৰ-শস্ত্ৰৰ দুটা ব্যৱহাৰ আছে, ডকাইতে অস্ত্ৰ-শস্ত্ৰ লৈ ডকাইতি কৰিবলৈ ওলায়; সেইটো অস্ত্ৰৰ বেয়া ব্যৱহাৰ। আনফালে সেই অস্ত্ৰেৰে ডকাইত খেদোৱা হয় সেইটো অস্ত্ৰৰ উপায়ন্তৰ ব্যৱহাৰ; তাত দোষ হ'ব নোৱাৰে। কিয়নো self-preservation is the first instinct in man অৰ্থাৎ আত্মানং সততং ৰক্ষেৎ—এইটো শাস্ত্ৰৰো বিধি।

এতিয়া এটা কথা ভাৰত চৰকাৰে কৈছে যে অহা ২৫ বছৰত ভাৰতত বৃটিছ সৈন্য মুঠে কুৰি হাজাৰলৈ কমাব। এই বিষয়ে আমি এই ঠাইত আলচ কৰিব নোখোজোঁ। এয়ে হ'লেও আমি এতিয়া ইয়াকে ক'ব খোজোঁ যে দেশে যাতে Military Training সোনকালে পায়, তাৰ ব্যৱস্থা কৰাই উচিত। আমি সময়ে সময়ে শুনি আহিছোঁ আৰু কাৰ্যতো দেখিছোঁযে ভাৰতৰ Race বা যুজাৰু জাতিবিলাকৰপৰাহে সৈন্যবিভাগত মানুহ লোৱা উচিত বুলি এদলে বিবেচনা কৰে। চৰকাৰেও এই কথাত জোৰ দিছে। জাতৰ উজানপৰা দেশত এইটো কোনো আচৰিত কথা নহয়। আমি হ'লে এনে ভাৱক প্ৰশ্ৰয় দিব নোখোজোঁ। কিয়নো আজিকালিৰ বৈজ্ঞানিক প্ৰণালীৰে যুদ্ধবিগ্ৰহ কৰা যুগত বাহুবল আৰু মানসিক উৎকৰ্ষতা দুয়োটা জোখাৰে থাকিলেই হ'ব। বৰ্তমান যুগত বৰং বাহুবলতকৈ মস্তিষ্কৰ পৰিচালনাই সৈন্যবিভাগতো বেচি দৰকাৰ। আৰু এটা কথা। ভাৰতত যেতিয়া অসংখ্য স্বাধীন ৰাজ্য আছিল, তেতিয়া কোন দেশৰ মানুহে কাৰ সহায়ত দেশৰক্ষা কৰিছিল? নিজ নিজ দেশে নিজৰ সৈন্য-সামন্ত লৈয়ে চলিছিল। আৰু স্বাধীনতা এতিয়াও সেই বিধানেই। কথা হৈছে, একোটা দেহাৰে সদায়

ব্যৱহাৰ কৰি থকা সোঁহাতখনেই তালযুৰীয়া বাওঁহাতখনতকৈ কিছুদূৰ শকত আৰু কাৰ্যক্ষম। সেই কাৰণে কোনোৱে দা জোঁকাবিলেও অভ্যস্ত সোঁহাতখনেৰেহে সাহ কৰি আগধৰি ঘাপ মাৰিব খোজে। হিন্দুজগতত ব্ৰহ্মাৰ বাহুৰপৰা ওলায়েই ক্ষত্ৰিয়জাতিয়ে যদি দেশৰক্ষা কৰিবলৈ সমৰ্থবান হৈছিল তেন্তে অহিন্দুদেশবিলাকক কোন জাতৰ লোকে ৰক্ষা কৰিছিল? মূঠতে, অভ্যাসৰ নৰেহে কৰ্ণপথে শৰ বিন্ধিব পাৰে।

দেশত এতিয়া জাতি-বৰ্ণ-নিৰ্বিশেষে যুদ্ধবিদ্যা শিক্ষা দিয়া উচিত। আন আন দেশত যিবিলাক শাৰীৰিক যোগ্যতাৰ জোখ আছে, আমাৰ দেশতো সেই অনুক্ৰমে পৰীক্ষা কৰি সকলো ডেকাকে এই শিক্ষা দিয়া উচিত। এই শিক্ষা একৰকম স্কুল-কলেজতো বাধ্যতামূলক কৰিবৰ দিন আহিছে।

স্বৰাজ আৰু ( self-protection ) আত্মৰক্ষা গাৰ লগৰ ছাঁৰ দৰে হ'বই লাগিছে। এই স্বৰাজ লাভ বাস্তৱতে যদি হয়, তেন্তে দেশত Military Training দিয়া নিতান্ত উচিত। আমি আশা কৰোঁ দেশৰ ডেকাসকলে এতিয়া সৈন্যবিভাগত যোগ দিয়া উচিত। গৱৰ্ণমেণ্টেও ইয়াৰ বাবে যত্ন লোৱা উচিত। অসমতো এটা অসমীয়া ফৌজ Assamese Regimnt গঠন হোৱা উচিত।

[ ২০ আঘোণ, ১৮৫২ ॥ ৬ ডিচেম্বৰ, ১৯৩০ ]

## ভাৰতে স্বৰাজ বিচাৰিছে কাৰ নিমিত্তে

এই ভাৰতবৰ্ষই একালত হিন্দুৰ স্বৰাজ, মুছলমানৰ স্বৰাজ, শিখৰ স্বৰাজ দি থৈ গৈছে। এইবিলাক স্বৰাজে ভাৰতক এক কৰিব নোৱাৰিলে বুলিয়েই বুৰঞ্জীয়ে প্ৰমাণ দিয়ে। আজি ভাৰতে আকৌ স্বৰাজ পাবলৈ ইচ্ছা কৰিছে, যি নিশ্চয় অশোক আকবৰৰ আদৰ্শত হ'ব লাগিব। আজি যিসকলে ভাৰতৰ ভাগ্য-বিধাতা পোনবলৈ ঘূৰণীয়া মেজমেলত বহিছে, তেওঁলোকে এই কথা বুজা উচিত।

এই আন্তৰ্জাতিক ( International ) যুগত, তাতে আকৌ বিজ্ঞানৰ বলত পৃথিবীৰ ইমূৰৰপৰা সিমূৰলৈকে শালিকা চৰাইৰ দৰে দেও দি ফুৰিব-



পৰা দিনত Racial Patriotism বা জাতিগত দেশহিতৈষিকতা নাখাটে। Territorial Patriotism এই যুগত বিশেষ দৰকাৰ। এনেস্থলত ঘূৰণীয়া মেজমেলত হিন্দু-মুছলমানৰ স্বাৰ্থলৈ স্বৰাজৰ দুৱাৰত শামুকীয়া গাঁঠি দিবলৈ যোৱাটো অনুচিত।

বৰ্তমান যুগত সকলো দেশতে citizenshipয়েই ঘাই কথা। Equal Political Status ইয়াৰ প্ৰধান অঙ্গ। ভাৰতেও আজি তাকেহে বিচৰা উচিত। এই সময়ত হিন্দু-মুছলমান সম্প্ৰদায়ে ছাৰ বেমফীল্ড ফুলাৰে ভবাৰ দৰে সতিনী নাখাটি; ছাৰ চৈয়দ আহ্‌মদে কোৱাৰ দৰে এগৰাকী সুন্দৰী তিৰোতাৰ দুটি ধুনীয়া চকু বুলি কোৱাটোহে উচিত।

ঘূৰণীয়া মেজৰ মেলত হিন্দু-মুছলমান সম্প্ৰদায়ৰ স্বাৰ্থলৈ যি মতান্তৰ ঘটিছে তাৰ বাবে কাৰ গাত দোষ এই কথা বিচাৰ নকৰোঁ। কিন্তু এইটো কথায়েই যে অমঙ্গল ই ঠিক। উভয় পক্ষই এটা ভাল আপোন মীমাংসা কৰা উচিত। আমাৰ মতে মুছলমান সম্প্ৰদায় যিবোৰ প্ৰদেশত কম, তাত তেওঁলোকক weightage পালাৰ ফেৰ দিয়াত আমি আপত্তি নকৰাই ভাল। কিন্তু ইফালে মুছলমানৰ এদলে বঙ্গ আৰু পঞ্জাৱত Majority Community বাবে সংখ্যা হিচাবে seat বিচৰাত, হিন্দুৱে কৰা আপত্তিত যুক্তি নাই।

[ ৪ পুহ, ১৮৫২ ॥ ২০ ডিচেম্বৰ ১৯৩০ ]

## অসমৰ চুকে-কোণে অসমীয়া ভাষা

আসামৰ জ্যোতি একালত চাৰিওফালে আছিল। অসমীয়া ভাষা সাহিত্যাই অসমজয়ী আহোমকো জয় কৰিলে। তেনে এটা ভাষাক ইংৰাজ আমোলৰ প্ৰথম ভাগতে ইংৰাজবিলাকে বঙ্গ ভাষাৰ অপভ্ৰংশ বুলি মানি ল'লে। শেষত মিছনেৰীসকলৰ দ্বাৰাহে অসমীয়া ভাষাই গা কৰিব পাৰিলে। শেহত, ছাৰ বেমফিল্ড ফুলাৰৰ দিনত অসমীয়া ভাষাই office আদিত ঠাই পালে। ( এতিয়া তাক চুকে-কোণে বিয়পাব লাগে। )

[ ১১ পুহ, ১৮৫২ ॥ ২৭ ডিচেম্বৰ ১৯৩০ ]

## সাম্প্রদায়িক সমস্যা আৰু স্বৰাজ

### মহাত্মা গান্ধীৰ ঘোষণা

আহমদাবাদ ১৯।৬,৩১ত বোম্বাইত অলপতে বহা ওৱৰ্কিং কমিটিৰ ( Working Committee ) বৈঠকৰ পাছত মহাত্মা গান্ধীয়ে তেথেতৰ ইয়ং ইণ্ডিয়া ( Young India ) কাকতত ঘূৰণীয়া মেজমেললৈ যোৱা সম্পৰ্কে এইদৰে নিজৰ মনোভাৱ প্ৰকাশ কৰিছে।

"মই কংগ্ৰেছৰ আদেশ শিৰোধাৰ্য্য কৰি লণ্ডনৰ ঘূৰণীয়া মেজমেললৈ গৈ কংগ্ৰেছৰ মনোভাৱ প্ৰকাশ কৰিমগৈ। কিন্তু, যিমান দিনলৈকে হিন্দু আৰু মুছলমানৰ ভিতৰত সাম্প্ৰদায়িক বিৰোধ, অবিশ্বাস আৰু সন্দেহৰ ভাৱ থাকিব সিমানদিনলৈকে স্বৰাজ লাভ নহয়। এতিয়া ঘূৰণীয়া মেজমেলত ( Round Table Conference ) কোনোৰকম তাপলি মৰা মীমাংসায়ো স্বৰাজ দিব নোৱাৰে। মোৰ মনেৰে হিন্দু-মুছলমানৰ বিৰোধ ভাৱ নোযোৱালৈকে আমি একমনে কংগ্ৰেছখন সৰ্বজনপ্ৰিয় কৰি তুলিবৰ চেষ্টা কৰা ভাল।

বিলাতী আৰু জাপানী কাপোৰৰ ভাৰতত প্ৰচলনৰ বিষয়ে মহাত্মাজীয়ে কয় যে, বিলাতী বৰ্জনৰ আন্দোলনৰ সুযোগতে জাপানে কাপোৰেৰে ভাৰতৰ বজাৰ ভৰাই দিলেহি। এতিয়া এই বিলাতীবৰ্জন আন্দোলনতকৈ জাপানীবৰ্জন আন্দোলনটোহে বেছি আৱশ্যকীয় হৈ পৰিছে। কিয়নো ভাৰতৰ বজাৰত জাপানৰ বস্ত্ৰ-ব্যৱসায়ে ভাৰতীয় প্ৰজাসাধাৰণৰ অৰ্থ-নৈতিক হাহাকাৰ বেছিকৈ লগাইছে।

[ ৫ আহাৰ, ১৮৫৩ ॥ ২০ জুন ১৯৩১ চন ]

## জগতৰ শান্তিপৰ্ব

ওঠৰ অক্ষৌহিণী সেনা নাশ কৰি মহাভাৰতৰ শান্তিপৰ্ব পোৱা হ'ল। সিদিনা আমি চকুৰ আগতে ইউৰোপৰ মহাৰণো দেখিছোঁ, তাতো সেই ধন, জন উভয়ৰে ক্ষয় হ'ল মাথোন। এই ভূইকঁপৰ শাম এতিয়াও কটা



নাই। বৰ্তমানৰ জগতে এই যুদ্ধক war to end war—"যুদ্ধৰ জনি মাৰিবলৈ এই যুদ্ধ" নাম দিছে। আচলতে যোৱা মহাৰণে যুদ্ধৰ সামৰণি অধ্যায় লিখি সমাপ্ত কৰিব পাৰিলে নে নাই পৰা সেইকথা কোৱা টান যদিও সি যে যুদ্ধলৈ সকলো জাতিৰে বিতৃষ্ণা জন্মালে, সেই কথা ঠিক। আৰু যুদ্ধই যে শেষ সিদ্ধান্ত এই নীতি জাতিবিলাকে আৰু মানিব খোজা নাই। এই মহাৰণৰ শান্তি-পৰ্বৰ সূচনা স্বৰূপে জাতিসঙ্ঘই দেখা দিয়ে। জাতিসঙ্ঘ যদিও আজি ডুপতীয়া, ইয়াৰ ছাঁত এদিন গোটেই জগতে শান্তি লাভ কৰিব বুলি সকলোৱে আশা কৰিছে। এইটো ঠিক যে আজি শান্তি ক'ত, এই প্ৰশ্নলৈয়ে জগত ব্যস্ত। আমি পূৰ্বেই কৈ আহিছোঁ যে ( বাতৰিত ) জাতি-সঙ্ঘই যদিও এতিয়ালৈকে জাতি-বৰ্ণ-নিৰ্বিশেষে কাম কৰি উঠিব পৰা নাই; তথাপি ভবিষ্যতে এই জাতিসঙ্ঘই World Tribunal হৈ কাম কৰিব, তাত আমাৰ সন্দেহ নাই।

সিদিনা মিঃ হেণ্ডাৰছনে নিৰস্ত্ৰীকৰণ আৰু জগতৰ শান্তিৰ বিষয়ে যিথিনি কথা কৈছে তাক বিশেষ মন কৰিবলগীয়া। তেওঁ কয় যে যোৱা বাৰ বছৰে জাতি সমষ্টিৰ মাজত ৰাজহুৱা মতে গৱৰ্ণমেণ্টক চেৰ পেলাই চলিছে। গৱৰ্ণমেণ্টে যিহকে নেভাৱক প্ৰত্যেক জাতিয়েই হ'লে এই কথা বুজি উঠিছে যে অস্ত্ৰ-শস্ত্ৰৰ প্ৰতিযোগিতাই জগতৰ শান্তিৰক্ষা কৰিব নোৱাৰে। কথা ঠিকেই। স্বাধীনতাৰ মোল নুবুজা অৱস্থাতহে অস্ত্ৰ-শস্ত্ৰৰ ভয়ে দমাব পাৰিছিল। আজি জগত স্বাধীনতাৰ পতাকাৰ তলত থিয় হৈ ৰণভেৰী বজোৱাতকৈ সাম্য-মৈত্ৰীভাৱ কৰিবলৈহে প্ৰস্তুত হৈছে। মিঃ হেণ্ডাৰছনে কয় যে, আজি শতাব্দী ধৰি জগতৰ লোকে আৰু ৰাজনীতিজ্ঞ-সকলে শান্তিৰ বিষয়ে ভাবিছিল। কিন্তু সময় আহিছে, শান্তি যে এটা ডাঙৰ সংগঠনমূলক আদৰ্শ এইকথা জগতে বুজিব লাগিব। যুদ্ধৰ নিমিত্তে জগত যিদৰে প্ৰস্তুত হৈ আছিল শান্তিৰ বাবেও সেইদৰে প্ৰস্তুত হ'ব লাগিব। এইয়ে নহলে জগতে যোৱা মহাৰণতকৈও ডাঙৰ কুৰুক্ষেত্ৰত নামিব লাগিব। তেওঁৰ মতে জাতিসঙ্ঘৰ প্ৰতিপত্তি বা ক্ষমতা বঢ়াবলৈ সকলোৱে চেষ্টা হোৱা উচিত। জাতিসঙ্ঘৰ এনে দিন অহা উচিত হ'ব যে কোনো জাতিয়েই যেন জাতিসঙ্ঘক অৱজ্ঞা কৰিবলৈ সাহ নকৰে। কিন্তু জাতিসঙ্ঘৰ ক্ষমতাতকৈ গৱৰ্ণমেণ্টবিলাকৰ মনোভাৱ বদলি হোৱাটোৱেই

বেছি বাঞ্ছনীয়। তেওঁ ডাঠি কয় যে অস্ত্র-শস্ত্রৰ বিৰাট আয়োজনে জগতৰ শান্তি আনিব নোৱাৰে। বৰ্ত্তমান যুগত যুদ্ধৰ আয়োজনে বা সৰঞ্জামে কেতিয়া কোন ঠাইৰ কোন নিৰীহ লোকক অপকাৰ কৰিব পাৰে তাৰ নিশ্চয়তা নাই। সেইকাৰণে নিৰস্ত্ৰীকৰণেই শান্তিৰ অমোঘ ঔষধ বুলি তেওঁ কয়।

যথাৰ্থতে জগতে আজি শান্তিকেহে বিচাৰিছে। চাৰিওফালে যদিও শান্তিসূচক কোলাহল শুনা গৈছে সেই কথাই শান্তি ভাবকেহে বুজাইছে, 'কোলাহলপ্রিয়তা' নুবুজায়। বৰ্ত্তমান সময়ত জগতে নৈতিক বলৰ ওপৰত থিয় হবলৈ যাওঁতে যদিও সময়ত পিছল খাইছে, তথাপি সেই কথাই নৈতিক কথাৰপৰা পিছ হোহকা মৰা নুবুজায়। মিঃ হেণ্ডাৰছনে কোৱাৰ দৰে জগতৰ শান্তি আজি যদি সংগঠনমূলক আদৰ্শৰ ওপৰতে নিৰ্ভৰ কৰিছে তেন্তে এই সংগঠন কামত সকলোৱে হাত দিয়া উচিত। জাতি-সঙ্ঘক আন্তৰিক শ্ৰদ্ধাৰে জানিবলৈ হ'লে দুৰ্বল জাতিবিলাকে বিশেষ আশ্ৰয় পাব। যি জাতিৰ ভিতৰত যি ভাৱৰ সংগঠন দৰ্কাৰ, সেই কামতে জাতি-সঙ্ঘ সহায় হ'ব লাগিব।

জাতিয়ে জাতিয়ে বিৰোধভাৱ এৰিলেই যথেষ্ট নহব। প্ৰত্যেক জাতিৰ লগতে প্ৰত্যেক জাতিৰ সম্বন্ধ আছে বুলি ভাবিবপৰা হ'ব লাগিব। জগতে যে যোৱা বাৰ বছৰ এই ভাৱ লৈ চলি আহিছে সেই কথা মিঃ হেণ্ডাৰছনে উমানতে কোৱা নাই। আমি সকলোৱে অনুভৱ কৰিব পাৰিছোঁ যে, আজি জগতৰ চুকে-কোণে, যতে কোনো এটা নৈতিক সংগ্ৰাম চলিছে, তাত সকলো ফালৰপৰা সহানুভূতি দেখা গৈছে। আজি মহাত্মা গান্ধীৰ কথা লৈ গোটেই জগতত হুলস্থূল লাগিছে কিয়? তাৰ কাৰণ হৈছে, তেওঁৰ গোটেই আন্দোলনৰ মূলতে এই শান্তিৰ ভাব। আৰু শান্তিপৰ্ব লেখা কামতেই জগত যোৱা মহাৰণৰ পাছৰপৰাই ব্যস্ত। কাজেই, য'তে ইয়াৰ সূচনা, তাতেই জগতে কাণ পাতি শুনিবলৈ ব্যস্ত হৈ উঠিছে। জাতিয়ে জাতিয়ে সদ্ভাৱৰ ওপৰতে এই শান্তি নিৰ্ভৰ কৰিছে।

[ ১২ আহাৰ ১৮৫৩ ॥ ২৭ জুন, ১৯৩১ ]

## অসম সাহিত্য সন্মিলনীৰ সভাপতি

অহা ২৩ আৰু ২৪ অক্টোবৰ তাৰিখৰ দিনা শিৱসাগৰত অসম সাহিত্য সন্মিলনীৰ বছৰেকীয়া অধিৱেশনৰ সভাপতিৰ বাবে শ্ৰীযুত নগেন্দ্ৰনাৰায়ণ চৌধুৰী, শ্ৰীযুত জ্ঞানদাভিৰাম বৰুৱা আৰু শ্ৰীআনন্দচন্দ্ৰ আগৰবালাদেৱক মনোনীত কৰিছে বুলি শুনিছোঁ। এতিয়া শাখা আৰু স্বীকৃত সভাবিলাকৰ মতামত কেন্দ্ৰসভাই ল'ব লাগিব। আমাৰ বোধেৰে এইবাৰ শ্ৰীযুত চৌধুৰী ডাঙৰীয়াকে সকলোৱে মনোনীত কৰা সৰ্বতোভাৱে বাঞ্ছনীয়। তেখেত গোৱালপাৰা জিলাৰ লক্ষীপুৰৰ জমিদাৰ। তেখেতে ভালেমান দিনৰপৰা সাহিত্য আৰু সঙ্গীত চৰ্চা কৰি আহিছে। গুৱাহাটীত বহা অসম সঙ্গীত সঙ্ঘৰ সভাপতি স্বৰূপে তেখেতে যি অভিভাষণ লিখিছিল তাৰপৰা আৰু আৱাহন কাকতৰপৰা তেখেতৰ সাহিত্যানুৰাগ আৰু সঙ্গীতবিদ্যাৰ প্ৰমাণ পোৱা যায়। তেখেতে বহুত অৰ্থব্যয় কৰি আৰু সেইদৰে স্বাৰ্থত্যাগ কৰি আৱাহন নামৰ ওখ ধৰণৰ আলোচনীখন উলিয়াই অসমীয়া সাহিত্যৰ যুগান্তৰ উপস্থিত কৰিছে। এনে এজন মাতৃভাষাৰ দেশহিতৈষী পুৰুষক সন্মানিত কৰাটো সকলো দেশবাসীৰ কৰ্তব্য।

॥ সাহিত্য-সেৱক ॥

[ ২৬ আহাৰ, ১৮৫৩ ॥ ১১ জুলাই ১৯৩১ ]

## চিলটীয়া চিঠি : মান ভগনীয়া অসমীয়া

ইয়াৰ আগেয়ে বাতৰিত 'মান ভগনীয়া অসমীয়া'ৰ কথা কোৱা হৈছে। এই অসমীয়াসকলৰ ঘাই বসতিস্থান বদৰপুৰৰপৰা ঘিলামৰা পাহাৰৰ নামনিত। এই ঘিলামৰা পাহাৰ বদৰপুৰ জংচনৰ দক্ষিণে। ইয়াত সাতখন গাঁও আছে। গাঁওবোৰৰ নাম যেনে—এনেকাৰ গোল, মাজৰ গোল, বৰ গোল, ঘিলাইচৰা, বৰতল, আদৰ কোণা আৰু ইলাম। প্ৰত্যেক গাঁৱত মাত্ৰ ১২।১৪ ঘৰ মানুহ আছে। এই গাঁওবিলাকৰ কোনো বাট পথ নাই। খৰালি অহা-যোৱা কৰাত অলপ সুবিধা, বাৰিষা বৰ কষ্ট। ইয়াৰ বাহিৰেও

চিলচৰৰ তাৰাপুৰত ৩০।৪০ ঘৰ মান অসমীয়া মানুহ আছে। শিলচৰৰপৰা ১৬ মাইল মান দূৰত অসমীয়া মানুহ ২০।২৫ ঘৰ মান আছে বুলিও শুনিছোঁ। চিলেটৰপৰা ২৪।২৫ মাইল দক্ষিণে গোবাইন ঘাট, বৰপুঞ্জী ইত্যাদি ঠাইতো কিছুমান অসমীয়া মানুহ আছে। মান ভগনীয়া অসমীয়াৰ লোকসংখ্যা বদৰপুৰতেই সৰহ। সমুদায় গাঁৱৰ মানুহৰ সংখ্যা এহেজাৰতকৈও বেছি হ'ব। শিলচৰ আৰু চিলট লৈ অসমীয়া মানুহৰ সংখ্যা তিনি হেজাৰমান হ'ব।

বদৰপুৰৰ মানুহবিলাকে নিজক চুতীয়া বুলি পৰিচয় দিয়ে। কিন্তু এই মানুহবিলাকৰ মতে শিলচৰত থকা মানুহবিলাক হিন্দু চুতীয়া আৰু তেওঁলোকৰ লগত খোৱা-লোৱা আদি নচলে বোলে।

মান ভগনীয়া অসমীয়াৰ বিধবা বিবাহ ঃ এই অসমীয়াবিলাকৰ বিধবা বিবাহ প্ৰচলন আছে। কম বয়সত বিধবা হ'লে কোনো ছোৱালীয়েই পেলনি নেযায় অৰ্থাৎ পুনৰ বিবাহ হয়। নগাঁৱৰ এজন ব্ৰাহ্মণ আহি ইয়াত শ্ৰাদ্ধ আদি কৰি যায়হি। এই ব্ৰাহ্মণ গৰাকী বিধবা বিবাহৰ বিপক্ষে। অসমীয়াবিলাকৰ কোনো আত্মীয়জন ঢুকালে ( মৰিলে ) সুবিধামতে পিণ্ডাদি দিয়ে। কোনোৰ মাক-বাপেক বাৰিষা ঢুকালে খৰালিহে কাজ-কাম কৰে। নগাঁৱৰ ব্ৰাহ্মণ গৰাকীয়ে কয় যে দহা-কাজ কৰিব লাগিলে নিয়মিত সময়তে কৰিব লাগে। তেখেতক অহা-যোৱা খৰচটো দিলেই তৎক্ষণাত আহি দহা-কাজ কৰি যায়হি বা যাবহি। যোৰহাটৰ ব্ৰাহ্মণগৰাকী কিন্তু বৰ উদাৰ। তেখেত বিধবা বিবাহৰ পক্ষপাতী। আৰু বাৰিষাৰ দহা-কাজ খৰালি কৰিলেও একো নাই। এই বিষয়লৈয়েই সাতথন গাঁৱত দলাদলিৰ সৃষ্টি হৈছে। কোনো কোনো গাঁৱৰ মানুহে নগাঁৱৰ ব্ৰাহ্মণৰ ফলীয়া আৰু কোনো কোনো যোৰহাটৰ ব্ৰাহ্মণৰ ফলীয়া।

## অসমীয়াৰ মাটি-বাৰী

অসমীয়াবিলাকে যি ঠাইত ঘৰ সাজিছে, সেই মাটিবিলাকৰ আদিতে কোনোবা গৰাকী আছিল বুলি মনে নধৰে। লাহে লাহে তাত মানুহ দেখি গৱৰ্ণমেণ্টৰ কোনো বিষয়া গৈ মানুহবিলাকক ধৰি-বান্ধি নানা ৰকম অত্যাচাৰ কৰি খাজনা আদায় কৰিছিল। শেহত নতুন ছেটেলমেণ্টৰ ( Settlement ) সময়ত মাজতে এজন চিলটীয়া ওলাই অসমীয়াবিলাকক ক'লেগৈ—"এইবিলাক মোৰ মাটি বুলি ক'বি। তেতিয়া হ'লে তইঁতৰ ওপৰত কোম্পানীয়ে অত্যাচাৰ কৰিব নোৱাৰে। খাজনা মোক সোধাবি।" হোজা অসমীয়াই কোম্পানীৰ মানুহৰ মাৰকিলৰপৰা ৰক্ষা পাবলৈ বুলি সেইবিলাক জমিদাৰৰ মাটি বুলিয়েই ক'লে। তেতিয়াৰপৰা মাটি জমিদাৰৰ হ'ল আৰু খাজনাও জমিদাৰকে সোধাব লাগে। তেতিয়াৰপৰা মান ভগনীয়া জমিদাৰৰ আঠুৱা তলৰ মহ হ'ল।



## ব্যৱসায় বাণিজ্য

অসমীয়াৰ ঘাই জীৱিকা নিৰ্বাহৰ উপায় ধানখেতি। তাৰ উপৰিও পাণৰ কাৰবাৰ কৰি বহুতে অনেক লাভ কৰিছে। নিজে সূতা কাটি কাপোৰ-কানি নিজে বৈ পিন্ধে। সৰহীয়াকৈ ধান পালে হাটত বিক্ৰী কৰে। নিজৰ গৰু-মহো আছে। তিৰোতাবিলাকে ঘৰত কাম কৰে, কাপোৰ বয়, ধান আদি বানে।

## অসমীয়া আৰু মণিপুৰীয়া

অসমীয়াবিলাকে যেনেকৈ "ক'ৰ মানুহ, কেতিয়া আহিল" ইত্যাদি ক'ব নোৱাৰে, সেইদৰে মণিপুৰীয়াবিলাকেও নোৱাৰে, যদিও বহুত শিক্ষিত মানুহ আছে। মণিপুৰীয়া আৰু অসমীয়া উভয়ে মানৰ আক্ৰমণৰ পৰা অহা বুলি কয়। মণিপুৰীয়াৰ সংখ্যা বেচি। প্ৰায়বোৰ নগৰ আৰু গাঁৱত মণিপুৰীয়া দেখিবলৈ পোৱা যায়।

## মণিপুৰীয়া উকিল, মুক্তিয়াৰ

মণিপুৰীয়াবিলাক অসমীয়াতকৈ চেঙৰ, মতা তিৰোতা উভয়েই বজাৰত বেচা-কিনা কৰে। এই মণিপুৰীয়াবিলাক গাঁৱত থাকিলেও প্ৰায় ষ্টেচনৰ ওচৰত ঘৰ সাজি থাকে।

অসমীয়াবিলাক য'ত থাকে, তাৰপৰা বাঘ, বান্দৰ, হৰিণ আদিৰ বাহিৰে আন জীৱ-জন্তু দেখা নেপায়। ইয়াৰ ফলত মণিপুৰীয়াবিলাকৰ ভিতৰত বহুতে স্কুল-কলেজত শিক্ষা পাই শিক্ষক, উকিল, মুক্তিয়াৰ আদি পদ লাভ

কৰিছে। একালে মণিপুৰীয়াই যেনেকৈ উন্নতি কৰিছে, আনফালে তেনেকৈ অৱনতিৰ পথতো আগবাঢ়িছে। মণিপুৰীয়াৰ ভিতৰত চুৰি, ডকাইতি, খুন আদি সমানে হৈ আছে।

মণিপুৰীয়াবিলাকে পদ লাভ কৰাৰ কাৰণ হৈছে তেওঁলোকে বঙালী স্কুলত পঢ়ে। কিন্তু অসমীয়াই নিজৰ মাতৃভাষা নাই বুলি তাত নপঢ়ে। অসমীয়াবিলাকৰ পঢ়িবলৈ আগ্ৰহ। ১৫।২০ বছৰ মানৰ আগেয়ে বৰগোলত এটা স্কুল স্থাপন কৰিছিল কিন্তু, অসমীয়া শিক্ষকৰ অভাৱত চিলটীয়া শিক্ষকৰেই কাম চলাব লগীয়াত পৰিছিল। তেতিয়া স্কুল নাই, ভাগিছিগি গ'ল।

## অসমীয়া ভাষা

অসমীয়াবিলাকৰ ভাষা সম্পূৰ্ণ অসমীয়া। এই অসমীয়াবিলাকক উজানত মেলি দিলে, উজনি অসমীয়াৰ মাজৰপৰা চিনি উলিওৱা টান হ'ব। পুৰুষবিলাকে চিলটীয়া মাত মাতিব পাৰে। যেতিয়া চিলটীয়াৰ লগত কথা পাতিব, তেতিয়া কোনে ক'ব যে মান ভগনীয়া অসমীয়া, চিলটীয়া নহয়। কথা কওঁতে যেন আথৈ ফুটে।

## মোকৰ্দমা

আগেয়েও কৈছিলোঁ মোকৰ্দমাৰ সংখ্যা আসামতৈক বেছি। মিছা মোকৰ্দমা প্ৰায়েই লাগি থাকে, ভাৰাটীয়া কুলি, মালি পোৱাৰ দৰে, ভাৰাটীয়া সাক্ষীও পোৱা যায়। তেতিয়ালৈকে কোনো অসমীয়া চুৰি-ডকাইতি বা আন অপৰাধত পৰা নাই, এনেকি বহুতে কাছাৰীঘৰৰ ( Court ) নামেই শুনা নাই।

[ ২ শাওন, ১৮৫৩ ॥ ১৮ জুলাই ১৯৩১ ]

## ফৰেষ্ট ৰিজাৰ্ভত গৰু-মহ

ফৰেষ্ট ৰিজাৰ্ভৰ ওচৰত থকা গাওঁবিলাক যে কেৱল বনৰীয়া জন্তু বাঘ ঘোং হাতী এইবিলাকৰ উপদ্ৰৱত ৰায়তে থৰযুগুতি হেৰাই থাকে এনে নহয়, জঙ্গলীবিভাগৰ কিছুমান মা-বাপ নোহোৱা নিয়মত পৰিও হকতো বিহকতো লটি-ঘটি হ'ব লগাত পৰে। সেই কাৰণে পথৰা-পাথৰি পোচা-কেৰে জঙ্গলী গাৰ্ড, ৰেইনজাৰ আদি দেখিলেও গাঁৱলীয়া মানুহে বনৰজা যেন দেখে। এনেবিলাক ঠাইত গাঁৱৰ মানুহে গৰু-মহ বাঘৰ মুখৰপৰা সকৰাবলৈ যিদৰে টান পাই, ৰিজাৰ্ভৰ কৰ্মচাৰীয়ে পাউণ্ডত দিয়াৰ কথাৰ-পৰাও সৰা টান। যিহওক, আইনৰ ভিতৰত পৰে যেতিয়া আমি বিশেষ একো ক'ব নোৱাৰোঁ। কিন্তু জঙ্গলী আইন এই বিষয়ে ঢিলা হোৱা নিতান্ত উচিত।

আজি আমি বাৰিষা সময়ত গৰু-ম'হৰ বিলাই চাই জঙ্গলী আইন খটোৱা উচিত নে অনুচিত সেই কথাকে ক'ব খোজোঁ। যোৱা ২৪।৭।৩৫ তাৰিখে নিতাইপুখুৰী মৌজাৰ ৰায়তে এইবাৰ পলম কৰি পাছ দিবলৈ ডিমৌ ৰিজাৰ্ভৰ গৰু-ম'হ চৰাবলৈ এখন দৰ্খাষ্ট ডেপুটি কনজাৰভেটৰ চাহাবলৈ দি স্থানীয় ফৰেষ্টাৰক দিয়ে। ফৰেষ্টাৰে হেনো দৰ্খাস্তখন ফালিছিৰি পেলায়। ৭।৮।৩৫ তাৰিখে কিছুমান ম'হ ৰিজাৰ্ভৰপৰা খেদি নি পাউণ্ডত দিয়ে। অলপতে শিঙ্গিবিলৰপৰাও হেনো দু মাইল ওচৰৰ আহোম পথাৰৰ পাউণ্ডত দিলে আৰু সেইদিনা সময় থকা সত্ত্বেও হেনো ম'হবিলাক খালাচ নিদিলে। এইবিলাক অভিযোগ কিমানদূৰ সঁচা কিমান দূৰ মিছা এই কথা স্থিৰ কৰা টান আৰু এই কথা আমি উল্লেখ কৰিলোঁ কেৱল বাৰিষা ৰায়তৰ গৰু-ম'হৰ বিপদতে কিমান বিপদ তাকে দেখুৱাবলৈহে। কিন্তু আমি আশা কৰোঁ কৰ্তৃপক্ষই এই বিষয়ে অনুসন্ধান কৰি চাই প্ৰকৃত ঘটনা কি বিচাৰ কৰে যেন। ফৰেষ্টাৰজনে যদি দৰ্খাস্তখন ফালি পেলালে সেই কথা নিশ্চয় অন্যায় বুলি ক'ব লাগিব।

এতিয়া এই ঘটনাকে সূত্ৰ কৰি আমাৰ ক'বলগীয়া কথা এই। ফৰেষ্ট আইন যে পথাৰৰ মাজৰ গছ সেই কথা ঠিক। যেনিয়েই পোনোৱা যায়, সেইকালেই পোন খায়। ৰায়তে যে সদায়, সেই কাৰণে জঙ্গলী

দাৰোগাসকলক বাঘ দেখাদৰে দেখে সিও সচা কথা। গৰু-ম'হ ৰিজাৰ্ভত যে সকলো সময়ত অবাধে চৰিবলৈ দিব পাৰি সিও নহয়। বিশেষকৈ আজিকালি Forest Regulationৰ কাম যেতিয়া সকলো ৰিজাৰ্ভতে চলিছে সেইদৰে উদং মেলিবলৈ দিয়াও টান। কিন্তু সকলো নিয়মৰে ব্যতিক্ৰম আছে। বাৰিষা বিশেষকৈ ডিমৌৰ নিচিনা ঠাইত গৰু-ম'হৰ যে চৰিবলৈ ঠাই নাইকিয়া হোৱাৰ কথা এইটো স্বীকাৰ কৰিব লাগিব। বানপানী আহিলে বাৰআলিবাটতো গৰু-ম'হ আনি বন্ধা হয়। সেইদৰে গৰু ম'হৰ বেমাৰৰ সময়ত ফৰেষ্ট ৰিজাৰ্ভৰ নিয়মো অলপ ঢিলাই দিয়া উচিত। ৰায়তৰ সেই সময়ত পয়মাল যথেষ্ট। তাৰ ওপৰত যদি জাকে জাকে গৰু-মহ পাউণ্ডৰপৰা খালাচ কৰি আনিবলৈ ধন ভাঙিব লাগে, তেনে তাতকৈ ডাঙৰ বিপদ হ'বও নোৱাৰে। তদুপৰি সেই সময়ত পাউণ্ডবিলাকে গৰু-ম'হ লোৱা উচিত হ'বনে নহয় সেই কথাও ভাবি চাবলগীয়া। পাউণ্ডৰ নিয়মত বিধান আছেনে নাই আমি ক'ব নোৱাৰিলেও আন প্ৰকাৰে ক'ব পাৰোঁ যে সেই সময়ত পাউণ্ডবিলাকৰ ভিতৰতো যদি একঁকলীয়া পানী বা বোকা থাকে, গৰু-ম'হ চৰাবলৈ ঠাই নেথাকে তেন্তে পাউণ্ডত গৰু-ম'হ আটক কৰি ৰখাও উচিত হ'বনে নহয়, সেই কথাও ভাবি চাব লাগে। পাউণ্ডতপৰা গৰু-ম'হৰ খোৰাকি যদিও ৰচিদখনত হে প্ৰায় থাকে, তথাপি মন পতিয়াই ক'ব পাৰি যে চৰিবলৈ বাহিৰত ঠাই আছে। আটক হৈ থকাৰ বেজাৰতহে হয়তো কোকোহা পৰিব পাৰে। কিন্তু, বাৰিষা বানপানী আহিলে জলথল সকলো সমানে হৈ পৰা অৱস্থাত এই কথা ভাবি চোৱা উচিত।

আমাৰ বোধেৰে বাৰিষা বানপানীৰ সময়ত থল বুজি পাউণ্ডবিলাক একোটি সময় একেবাৰে বন্ধ ৰখা উচিত। এই বিষয়ে কৰ্তৃপক্ষ আৰু ৰাইজক আমি ভাবি চাবলৈ ক'ব খোজোঁ।

[ ৮ আহিন, ১৮৫৭ ॥ ২৫ ছেপ্টেম্বৰ, ১৯৩৫ ]

## বৰ্তমান আমাৰ কৰ্তব্য

"অসম দেশ অসমীয়াৰ বাবেহে" এয়ে বৰ্তমান সময়ত অসমীয়া জাতিৰ মূল মন্ত্ৰ। ইয়াত 'অসমীয়া' শব্দৰ অৰ্থ অসমীয়া সংৰক্ষণী সভাৰ সংজ্ঞাকে ধৰা হৈছে। আমি অসমীয়া সংজ্ঞাত কোনো ধৰ্ম সম্প্ৰদায় জাতকুল বিশেষভাৱে নিবিচাৰোঁ। যেয়ে অসমীয়া ভাষা মাতৃভাষা বুলি গ্ৰহণ কৰিব যেয়ে অসমৰ বাহিৰে আৰু এখন স্থায়ীঘৰ প্ৰকাৰান্তেও ৰাখি নিজক ইয়াৰ স্থায়ী আলহী যেন বিবেচনা নকৰে, যাৰ অৰ্থনৈতিক স্বাৰ্থ অসমত ঘাইকৈ থাকিব, স্থূলভাৱে তেওঁকেই আমি অসমীয়া বুলি গ্ৰহণ কৰিম।

এই সংজ্ঞা মনত ৰাখি সদায় বহল অসমৰ স্বপ্নক দিঠক হোৱা চাবলৈ যত্ন কৰাটো জাতীয় কৰ্তব্য বুলি ধৰিছোঁ।

এই উদ্দেশ্য এতিয়া যি যি কামে সফল কৰিব সেই সেই কামকে হাতত লবলৈ আমি দেশবাসীক আন্তৰিক খাটিছোঁ। এই সময়ত অন্য বিভীষিকা দেখিলে অসমীয়া জাতিৰ যে সিদ্ধি আকৌ বহুকাল পিচলৈ যাব সেই কথা একৰকম ধ্ৰুৱ সত্য। আজি অসমীয়া জাতিৰ সকলোপ্ৰকাৰ অনুষ্ঠানৰ মাজেদি যদি এই ভাব বিৰিঙি নোলায় তেন্তে জানিব লাগিব যি অসমীয়া জাতিৰ কুম্ভকৰ্ণ নিদ্ৰা আজি তিনি চাৰি কুৰি বছৰৰ বিদেশীৰ হুঙ্কাৰেও ভাঙিব নোৱাৰিলে, সম্ভৱতঃ এতিয়া সেই অসমীয়া জাতিৰ শেষ মহানিদ্ৰা আহি গ'ল বুলি ধৰিব লাগিব।

আজি আমি ঘাইকৈ কি দেখিছোঁ? আমাৰ কথা শুনোতা কোনো নাই। অসমীয়া যে এটা জাতি এই কথা আমাৰ বাহিৰলৈ গ'লেই স্বীকাৰ কৰা নুশুনি। সকলোৱে ভাবে যে হয়, এইখন চাহখেতিৰ দেশ, নহয় বিদেশীৰ চৰণীয়া ঠাই। লেৰেলা চেপেটা কানীয়া কিছুমান মানুহ আছে, সিহঁতক অসমীয়া বোলে। হুবহু এইদৰে ন'কলেও কাৰ্যত এনে ভাব আমালৈ পোষণ কৰে। সেই ভাব আমি দূৰ কৰোৱাব লাগিব। দেশৰ চিন্তাশীলসকলে এই বিষয়ে উপায় অৱলম্বন কৰিব লাগিব, সেই কথা স্থিৰ কৰক। তাৰ পাচত অসমীয়া ভাষাৰ ওপৰত বঙলা ভাষাৰ প্ৰভাৱ। এইটো অতি মাৰাত্মক কথা বুলিব লাগিব। এটা জাতিক বিজতৰীয়া কৰিবলৈ আন এটা ভাষাৰ প্ৰভাৱ তাৰ ওপৰত পেলাই দিয়াতকৈ আৰু

সহজ পন্থা একো হ'ব নোৱাৰে। আজি আমাৰ মুখৰ ভাত যে বঙালীয়ে কাঢ়ি খাব পাৰিছে—তাৰ গুৰিতেই হৈছে প্ৰথমে আমি বঙালীৰ মুখৰ মাত আনি নিজৰ মুখত দি পঞ্চামৃত বুলি খোৱা। এতিয়া আমাৰ প্ৰধান কৰ্তব্য হ'ব। অসমীয়া গাঁৱত ঘৰে-ঘৰে যেতিয়ালৈকে এই ভাব নেযায় কেৱল অসমীয়া পদ-পুথি চলোৱা আৰু মৰিলেও অসমত বসবাস কৰি থকা বঙালী ভাইসকলৰ লগত কথা-বতৰা বঙলাৰে নপতা। এই কথা নিজেই ক্ষুদ্ৰ বুলি বহুতে ভাবিব পাৰে, কিন্তু, এনেবিলাক সুৰঙ্গাইদিহে ঘৰলৈ ফেটীসাপ সোমায়, বহল দুৱাৰ মুখেদি নহয়। বেজবৰুৱা ডাঙৰীয়াই কোৱাৰ দৰে যেতিয়া অৰশ্যে উচ্চ ধৰণৰ ইংৰাজী কাকত আছে, বঙলা কাকতপত্ৰ নপঢ়িলে নো হানি কি? আমাৰ বহুতে, বিশেষকৈ গাঁৱত শিক্ষিত পৰিয়ালত, বাগিচাৰ কৰ্মচাৰীসকলৰ মাজত, তিৰোতাসকলক বঙলা মাসিক পত্ৰবিলাক কিনি দি সময় কটোৱা আৰু দহোটা গল্প, খা-খবৰ পঢ়িব বুলি দিয়ে।. সেইটো একালে লাগতিয়াল হলেও আনফালে বহুত সময়ত সৰ্বনশীয়া ব্যৱস্থা। তিৰোতা জাতিকেই সমাজৰ টুলংভুটুং নাৱৰ গোঁজ বুলি কোৱা হয়। তেনে কোমলপ্ৰাণা তিৰোতাসমাজত বিদেশী আও-ভাও সুমাই দিলে সমাজত বিদেশীৰ প্ৰভাৱ সোমাবলৈ বেছি পৰ নেলাগে। বিজতৰীয়া হোৱাটো যেতিয়া অবাঞ্ছনীয় তেতিয়া জনসাধাৰণৰ মাজত যাতে তেনে কামৰ সহায়ক কোনো কথাই শিপাব নোৱাৰে, তাৰ বাবে আমি সদাই শহাকণীয়া হৈ থাকিব লাগিব।

আমাৰ হাতত এতিয়াও কোনোৰকম কাৰবাৰ নাই সঁচা। বেহাবেপাৰ প্ৰায়বিলাকেই বিদেশীৰ হাতত। কিন্তু, সেই কাৰবাৰবিলাক তিষ্ঠিছে কিহৰ ওপৰত? আমাৰ Test বা অভিৰুচিৰ ওপৰত নহয় নে? আজি গাঁৱে-গাঁৱে, হাটে-বজাৰে, আলিৰ মূৰে মূৰে বিদেশীয়ে একোখন দোকান-পোহাৰ দি যে তৰি আছে, ওচৰৰ ডাকঘৰত হাজাৰ হাজাৰ টকা দেশলৈ মনিঅৰ্ডাৰ কৰি পঠিয়াই আছে, সেই টকা পালে ক'ৰ পৰা? আমাৰ গাঁঠিৰ ধন নহয়নে? তাৰ পৰিৱৰ্তে আমি সেইবিলাক দোকান-পোহৰাৰপৰা যিবিলাক বস্তু কিনো, লোণ-তেলৰ বাহিৰে প্ৰায়েই অলাগতিয়াল বস্তুকে নিকিনো নে? এক টৰ্চ লাইট, চুলিত মৰা পিন, মমৰ ফুল, ঘামিলে ৰং যোৱা ৰং-বেৰং কানি-কাপোৰ, চেনিগুটি, শুকাই কৰ্কৰিয়া মৰা বিস্কুট, মিঠাই



আদি, নানা তৰহৰ পুতলা, এইবিলাক চকুত খন্তেক লগা অথচ কামত নহা বস্তুবেহানি তৰপে-তৰপে চকু দি দি কিনোতে হাঁচটিৰ গাঠি মুকলি কৰি জাৰি-জোঁকাৰি সুদা হাতেৰে ঘৰলৈ যোৱা গাঁৱৰ মানুহৰ সংখ্যাই বেচি। বেচি দূৰলৈ যাবই নেলাগে। অহা চাৰি-পাঁচ দিন, পূজাৰ সময়ত মন কৰিলেই আমাৰ কথাৰ প্ৰমাণ পাব। আজি যদি আমি প্ৰকৃততে অলাগতিয়াল বস্তুবিলাকলৈ ৰাপ নেৰাখোঁ আৰু ইয়াৰ ব্যৱস্থাকে ভদ্ৰতাৰ চিন বুলি মিছাভাব মনত পোষণ নকৰোঁ, তেন্তে এই বিদেশী দোকানীবিলাকে কিহৰ লালসাত খৰালি খাই তেনেবিলাক ঠাইত খলি পুতিব? সেই বুলি আমি ক'ব খোজা নাই ইমানতেই আমাৰ কৰ্তব্য শেষ। বগৰি কাঁইট এইদৰে এৰাই গৈ নিজে নিজে বেহা-বেপাৰৰ বাট উলিয়াই লবই লাগিব। কৃষিত যদি বাণিজ্যৰ অৰ্দ্ধ লক্ষ্মীহে বসতি কৰে তেন্তে দেশকে দুগুণে ধনী বা সম্পদশালী কৰি তুলিবলৈ হ'লে বেহা-বেপাৰ কৰিবই লাগিব। বিশেষকৈ এয়ে বৰ্তমান যুগৰ ধৰ্ম নহলেও আচৰণৰ ভিতৰত সকলো ঠাইতে পৰিছে। আজি আমিও বাদ পৰিব নোৱাৰোঁ।

আমাৰ সমাজত কিছুমান অবাবত উপকৰা খৰচ কৰা প্ৰথা আছে। যেনে, বিয়া-সবাহ, ভোজ-ভাত ইত্যাদি। এইবিলাক যেতিয়া উৎসৱৰ ভিতৰত পৰিছে, তাকো আমি বাদ দিলে জীৱন লেৰেলা পৰি যাব পাৰে। কাজেই সিয়ো ভাত-মাছৰ লগৰ একৰকম মন-প্ৰাণৰ খোৰাক। কিন্তু সেয়ে নিয়মীয়া হোৱা উচিত। এনেবিলাক উৎসৱৰ আনন্দটো যেতিয়া প্ৰাণৰ ভিতৰত পোৱা বস্তু হে, তাৰ বাহিক আলমবিলাক লৈ ব্যতিব্যস্ত হৈ পৰা কেতিয়াও উচিত নহয়। ইয়াৰ লগতে উল্লেখ কৰিব পাৰি গাঁৱৰ বাদ-বিসম্বাদৰ কথাবিলাক। তাতে গাঁৱৰ মানুহৰ বহুত সময় মিছাতে যায়; লাভো বিশেষ নহয়। আৰু খুচৰি দি জুইকুৰা এৰি দি থৈ অহা হে হয়। এতিয়া আমাৰ ভিতৰত চকুৱে-চকুৱে চাই থাকোঁতেই লগা ইমানবিলাক কথা আছে যে তালৈ চালে সেইবিলাক কথাৰ পৰিৱৰ্তে কেনেবিলাক কথাত মিলাপ্ৰীতি বাঢ়ি সমাজত নীচ আশয়ে ঠাই এৰিবলৈ বাধ্য হ'ব তাৰ উপায় চিন্তা কৰা হে উচিত।

আমাৰ মাজত কানি-ভাং-মদ, এই তিনিওটা বস্তুকে একেবাৰে অস্পৃশ্য কৰি তুলিব লাগিব। আমাৰ একোজন কানীয়াই বছৰেকত যিখিনি

টকা কানিত খৰচ কৰে তাৰে হয়তো এহাল গৰু কিনিব পাৰে। ল'ৰা-তিৰোতাক ছুড়োখৰ কানি-কাপোৰ সহজে দিব পাৰে। খাজনাৰ সময়ত কঁাহী-বাটি কিডোখৰ সময়ত ৰক্ষা কৰিব পাৰে। তদুপৰি স্বাস্থ্যৰ কথা আছেই। সকলো প্ৰকাৰ নিছা লগা বস্তুতে এই কথা খাটিব।

আজিকালি গাঁৱত আৰু এটা ব্যাধি বৰকৈ সোমাইছে। সেইটো হৈছে জুৱাখেল। ডেকা তৰপক ওই দোষে বৰকৈ চুইছে। ইয়াৰ প্ৰমাণো এই পূজাৰ কেইদিনতে যথেষ্ট পোৱা যাব। পুলিচৰ হাতত পৰক-নপৰক—সেই কথা সুকীয়া। খেলা হ'লে দিনে দিনে বাঢ়িছে। আৰু এই অধিক মাছৰ কাৰণেও বগলী কণা হ'ব পাৰে। সিও এক কথা।

মুঠতে পূৰ্বতে গাঁৱৰ এঘৰ গৃহস্থই যিদৰে কালৈকো বিশেষভাৱে হাত নেপাতি ভাত-কাপোৰ মোকলাব পাৰিছিল, আৰু ঘৰখনৰ ভিতৰতে লাগতিয়াল খাদ্য-সামগ্ৰী নিজৰ পথাৰৰ বাৰীৰপৰা আনি গোটাই ল'ব পাৰিছিল এতিয়াও সেই প্ৰণালীৰে চলিবলৈ অভ্যাস নকৰিলে, প্ৰকৃততে বাহিৰৰ বাৰেকুৰি বাটলুৰ আগত মূৰ ঠিৰ ৰখা টান হৈ পৰিছে।

আজি আমি সামাজিক কেইটামান বদভ্যাসৰ সামান্য কিন্তু, আচল পানীতলৰ কঁাইটৰ কথা ক'লোঁ। ইয়াত বিশেষত্ব একো নেথাকিলেও বিষয়-বাসনালৈ ভাবিবলগীয়া বহুত প্ৰশ্ন আছে বুলি আমাৰ বিশ্বাস। এইখিনিতেই এইবিলাক কথা উনুকিয়ালোঁ।

[ ১৫ আহিন, ১৮৫৭ ॥ ২ অক্টোবৰ, ১৯৩৫ ]

## বিশ্ববিদ্যালয় : এটা জাতীয় অভাৱ

কালিৰ সংখ্যা 'বাতৰি'ত আমি উৰিষ্যাত বেলেগ বিশ্ববিদ্যালয় লাগে বুলি যি এখন সভা হৈছিল তাৰ বিবৃতি দিছোঁ। আমি উৰীয়া ভাইসকলৰ এই জাতীয় প্ৰাণৰ কথা সমৰ্থন কৰোঁ। উৰিষ্যা-অসমৰ সম্বন্ধ আৰু সাদৃশ্য অনেক বিষয়ত আছে। আৰু এই দুই প্ৰদেশতেই বিদেশীৰ আধিপত্যত ইমান দিনে নিজৰ সুকীয়া অস্তিত্ব লৈ বাঢ়িব পৰা নাই। এতিয়া দুয়ো সমানে এই কথা অনুভৱ কৰাত সমানে ভুক্তভোগী অসমীয়াৰ প্ৰাণতো যে



উৰিয়া ভাইসকলৰ জাতীয়তাৰ স্পন্দন অনুভৱ কৰিব পৰা বস্তু হ'ব, সেই কথা স্বাভাৱিক বুলিব পাৰি।

এই প্ৰসঙ্গত সভা উদ্বোধন কৰোঁতে কলিকটৰ ৰজাই যিখিনি কথা ক'লে তাৰ গভীৰতা মন কৰিবলগীয়া কথা। তেওঁ কৈছে—"উৰিষ্যা বিশ্ববিদ্যালয়ত পোন প্ৰথমেই কলিঙ্গৰ অতীত বুৰঞ্জী পুনৰ অভিনয় কৰিবৰ নিমিত্তে নৌবিদ্যা আৰু তৰী নিৰ্মাণৰ কলেজ খুলিম এনে আকাঙ্ক্ষা হয়।" আৰু কয়—"উৰিষ্যাৰ ভাষা, সাহিত্য, বুৰঞ্জী, সভ্যতাৰ চৰ্চা আৰু অনুসন্ধান কৰিবলৈ যে বিশ্ববিদ্যালয় লাগে তাক কোনেও দুই নকৰে।" ঘাটি পেলোৱা প্ৰদেশে বিশ্ববিদ্যালয় পাব নোৱাৰে বুলি যদি কোৱা হয়, তাৰ উত্তৰত তেওঁ কয় "ই অকল টকাৰ কথাই নহয়। ই হৈছে জাতীয় অভাৱৰ কথা। ইয়াক পূৰণ কৰিবলৈ গৱৰ্নমেণ্টে টকাৰ অভাৱৰ কথা তল পেলাবই লাগিব।"

অসমত বিশ্ববিদ্যালয় স্থাপন কৰিবলৈ, যি সকলে কলিকতাৰ ছাইন-বৰ্ডবিলাক চাই ফুৰিলেও অসম বিশ্ববিদ্যালয়তকৈ 'বেছি উপকাৰ না পেলে মূল্য ফেৰৎ দিব' বিধৰ, 'কুণ্ডদাবানল', বিধৰ 'হিলিংবাম—একদিনে আৰোগ্য' বিধৰ, 'বাগবাজাৰৰ ৰসগোল্লাৰদৰে ৰসৱতী' বিধৰ জ্ঞান পাব পাৰি বুলি ভাবিছে তেওঁবিলাক যেন কলিকটৰ ৰজাৰ উক্তিখিনি এবাৰ দকৈ ভাবি চায়। আজি অসমীয়া জাতিয়েও উৰিয়া ভাইসকলৰ এই উক্তিত নিজৰ প্ৰাণৰ কথা অনুভৱ কৰিছে। যি কামৰূপৰ নালন্দা সদৃশ একোটা বিশ্ববিদ্যালয়ত ভাৰতৰ সকলো ঠাইৰপৰা পণ্ডিতমণ্ডলী আহি মৌ বাঁহত থুপ খোৱাৰদৰে থুপ খাইছিলহি আজি সেই প্ৰাগজ্যোতিষপুৰৰ সতি-সন্তানে কলিকতাৰ 'ভেজাল' ঘিউৰদৰে 'ভেজাল' জ্ঞান আহৰণ কৰি আমাৰ 'জঞ্জল' পৰিষ্কাৰ কৰি সভ্যতাৰ পোহাৰীসকলৰ পিছ ধৰি জাতীয় 'গঙ্গাযাত্ৰা' কৰি ওলাবলগীয়া হ'ল। এই কথাই মাত্ৰ ইয়াকে প্ৰমাণ কৰে বিপৰীত কাল হ'লে হৰিণায়ো বাঘৰ গাল চেলেকিবলৈ সাহ কৰা কথা সঁচা।

কলিঙ্গৰ অতীত বুৰঞ্জীৰ যিদৰে পুনৰ অভিনয় কৰিবৰ সময় হৈছে বুলি উৰিয়া প্ৰাণে অনুভৱ কৰিছে, প্ৰাচীন কামৰূপ ৰাজ্যৰ বুৰঞ্জীৰো অভিনয় আজি অসমীয়া জাতিৰ প্ৰাণৰ হেন্দোলনি। হৰ্যবৰ্ধনৰ সমসাময়িক ভাস্কৰবৰ্মাৰ কামৰূপত আজি বিশ্ববিদ্যালয় স্থাপন হ'বলৈ এতিয়াও যে বাকী সেইটোহে

লাজৰ কথা। অসমৰ অতীত কাহিনী বুকুত লৈ যিমানবিলাক সাঁচিপতীয়া পুথি এতিয়াও মলিন মুখে পৰি আছে, সেইবিলাক সাঁচিপাত তৈয়াৰ কৰোঁতে সাঁচিগছৰ একোখন বৰকলা হাবি বোধহয় মুকলি হৈ গৈছিল।

জাতিৰ পুনৰ প্ৰতিষ্ঠাৰ নিমিত্তে বিশ্ববিদ্যালয় এটা নিশ্চয় দৰকাৰ।

[ ২৬ আহিন, ১৮৫৭ ॥ ১৩ অক্টোবৰ ১৯৩৫ ]

## জাতিৰ দুৰ্বলতা ক'ত ?

একেষাৰ কথাৰে ক'বলৈ হ'লে মনত, কল্পনাত হে সিদ্ধিৰ বীজমন্ত্ৰ সোমাই থাকে। এই কথা যি জাতিয়ে বিশ্বাস কৰিব নোখোজে বা নোৱাৰে সেই জাতিৰ ভাব ৰাজ্য নাই যেতিয়া ভবিতব্যও নাই। এই কথা বৰ্তমানৰ বৈজ্ঞানিক যুগে আখৰে আখৰে প্ৰমাণ কৰি দেখুৱাইছে। আজি যিবিলাক বৈজ্ঞানিক প্ৰণালীৰে প্ৰস্তুত আহিলা-পাতি লৈ জগতে একো একোটা সভ্য জাতি সৃষ্টি কৰিছে বুলি ভাবিছে তাৰ মূলতে আমি এই মনৰ উদ্ভাৱিকা শক্তি নেপাওঁনে? আমি প্ৰত্যেক দিনৰ অকৃতকাৰ্যতাৰ মাজত ইয়াকেহে কোৱা শুনো—মন পেলাই নিদিবা।

আজি অসমীয়া জাতিৰ জাতীয় উন্নতিৰ ঘাই বাধা যদি কিবা আছে, সেইটো হৈছে অলপতে এই মন পেলাই দিয়া স্বভাৱটো। আৰু এই কাৰণেই সকলো চেষ্টা সকল্পো আন্দোলন সকলো সভা-সমিতিৰ প্ৰস্তাৱ শেহত গৈ উৰি যায়। খোজটোৰে প্ৰতি উজুটি খাওঁ, এই ভাব ৰাখিলে বালিচাহী এটাটো উজুটি খাই নখ ছিগিব পাৰে।

জাতীয় জীৱনৰ সন্ধিক্ষণত মনৰ এই দুৰ্বলতাই আৰু অপকাৰ কৰে। বৰ্তমানে অসমৰ জাতীয় অস্তিত্বলৈ যিবিলাক জীৱন-মৰণ সমস্যাই দেখা দিছে সেইবিলাক গোটেই জাতিয়ে অন্তৰে অন্তৰে ভাল ৰকমেই অনুভৱ কৰিছে। কিন্তু তাৰ জোখাৰে মনটো শিলৰ খুটি কৰি লবপৰা নাই। কাজেই সি শিমলু তুলাৰ দৰে অলপ বতাহত উৰে। এইটো অতি অশুভ লক্ষণ।

আমাক আজি সকলো লাগে বুলি চাৰিওফালৰপৰা শুনা গৈছে। আমাক দোকান-পোহাৰ, বেহা-বেপাৰ, খেতি-বাতি, চাকৰি-বাকৰি,



সকলো ক্ষেত্ৰতে আগবাঢ়িবলৈ লাগে, নহলে আমাৰ জাতীয় মৰণ। চকুৰ আগত এই কথা চাৰিওফালৰপৰা একবাক্যে কৈছে। কিন্তু সিমানতো এইবিলাক কামত হাত দিয়া নাই বুলি লগতে "আমাৰ একো নহয়, মিছা চেষ্টা" বুলি কোৱাৰ অভ্যাসো যথেষ্ট আছে। এয়ে মনৰ বাঘৰ মুখত অকাল মৃত্যু ঘটাৰ উপায় মাথোন।

সাধাৰণভাৱে ইয়াৰ এটা দৃষ্টান্ত দিব পাৰি। এইবাৰ চাৰিওফালৰপৰা পূজাত বাইনাচ গানবাজনা নকৰা, বিদেশীভাৱে পূজাত খৰচ-পাতি নকৰা, এই সময়ত অসমীয়া দোকান-পোহাৰ দুই চাৰিখন দি পূজাৰ সময়ত দুপইচা উপাৰ্জন কৰা ইত্যাদি বিষয়ে 'বাতৰি'ৰ কেউফালৰপৰা সমৰ্থন কৰা চিঠি-পত্ৰ প্ৰকাশ হ'ল। দেখা গ'ল, সকলোৰে মনতে এই ভাব খেলাইছিল। সুখৰ বিষয় তৰুণ শক্তিৰ চেষ্টাত ঠায়ে ঠায়ে এইভাৱে কিছু-কাম কৰাও হৈছে। অথচ এতিয়া বহুত ঠাইত সেইদৰে আমাৰ মানুহে এই কথা নল'লে বুলি চিঠি আহিছে। তাৰ লগে লগে 'এনে এটা জাতিৰ কি হব, সকলো মিছা'!—এনে ধৰণৰ কথাও শুনা গৈছে। জাতিৰ এই মনস্তত্ত্ব বিশ্লেষণ কৰি চালে পোৱা যাব, গুৰিতে মনৰ এলাহ—গাৰ নহয়।

আজি আমি ক'ব লাগিব—একো কথা নাই, যি দুই চাৰিজনে জাতিৰ এই অভাৱ হৃদয়ঙ্গম কৰিছে তেওঁবিলাকেই এই কথা মুঠি শকতকৈ ধৰক। বাধা-বিঘিনিৰ তাল শাল তাৰ আগত নপৰি নোৱাৰে। "কুঠাৰৰ ঘাপটো মুঠিতহে" এই কথাত যেন কেৱে সন্দেহ নকৰে।

অসমীয়া জাতিৰ মুক্তি এতিয়াও হাতৰ মুঠিত পৰাহি নাই সঁচা, কিন্তু দীৰ্ঘ দৃষ্টৰ আকৰ্ষণী শক্তিৰে তাক ওচৰ চপাই ল'ব লাগিব।

[ ২ কাতি, ১৮৫৭ ॥ ১৯ অক্টোবৰ, ১৯৩৫ ]

## অসম সাহিত্য সম্মিলন

এইবাৰ তেজপুৰত বহিবলগীয়া সাহিত্য সম্মিলনখন আমি বিশেষ লাগতিয়াল বুলি ধৰিছোঁ। এই সম্মিলন অতি সমাৰোহেৰে তেজপুৰবাসী অসম মাতৃৰ অকৃত্ৰিমসন্তান সকলে যে পাতিব সেই কথাত আমাৰ অলপো

সন্দেহ নাই। বিশেষকৈ তেজপুৰত 'বিশুদ্ধ' বঙালী হাইস্কুল স্থাপনৰ কথা লৈ চেনেহী ভাষা-জননীৰ সেৱকসকলে তেজপুৰৰ যি সম্মান ৰক্ষা কৰিছে সেই তেজপুৰ, সেই প্ৰাচীন শোণিতপুৰতেই অসম সাহিত্য সম্মিলনে স্পষ্টভাষাৰে ক'ব লাগিব যে অসম জননীক আজি ছমুখীয়া সাপ কৰিবৰ দিন নাই। আজি প্ৰায় এক শতাব্দী বঙলা ভাষাই অসমীয়া জাতিৰ অস্তিত্ব লোপ কৰিবলৈ যি কুমটিথনা দি থৈছে, অসমীয়া জাতিয়ে আজি ভালকৈ বুজি উঠিছে। বঙালীসকলে প্ৰথমতে অসমৰ পূৰ্বপুৰুষসকলৰ পিঠিত হাত বুলাই যিদৰে বঙলা ভাষাৰ ৰঘুমালাৰে অসমীয়া ভাষাৰ বিৰাট বটগছ জুপি ছাটি পেলালে, আজি আকৌ তেনে বুদ্ধিৰে তাৰ ঠাইত বঙলা ভাষাৰ বট পুলি এটি অসমীয়া ভাষাৰ ঢাপৰ কাৰতে ৰুই দি আকৌ সীমা ঠেলি ভিতৰ সোমাবৰ বুদ্ধি পাতিছে। সেয়ে হ'লে অসমীয়া বটগছ জুপি যিদৰে ৰঘুমলা হৈ একালৰপৰা মাৰি আনিছিল, এতিয়া ঠিক সেইদৰে প্ৰথমতে ঢাপৰ কাষৰ সৰু বঙলা-ভাষাৰ বট পুলিটি হৈ আকৌ সঁজাল ধৰি অহা অসমীয়া ভাষাৰ পুলিটি ঠিহিবা মৰাই ৰথাৰ বুদ্ধি। ঠাইতে চকু অসমীয়া কন্ধ ছজন এজনে, বিশেষকৈ অসমীয়া দ'ত কেইজন-মানেৰে, জোলোঙা কেইটা শিক্ষামন্ত্ৰী ডাঙৰীয়াৰ সৰিয়হৰ পাচিত সুমাই থৈ যি ইচ্ছা সেইদৰে বাই লৈ ফুৰাত ওচৰা-ওচৰি যোৰতালৰ গুটি খাবলৈ পাম বুলি যিদৰে সেলেপিছে, সেইটো হৈ নুঠিব বুলি তেওঁলোকক আমি কওঁ। আমি 'মায়ঙ'ৰ বেজ আনি হ'লেও তেওঁলোকৰ হাতৰপৰা ৰক্ষা পৰিবৰ কাৰবাৰ কৰিম। এই সূত্ৰতে এইবাৰ অসম সাহিত্য সম্মিলনৰ অসমীয়া ভাষা আৰু সাহিত্য লৈ কৰ্তব্য স্থিৰ কৰিবলৈ বহুত সমস্যাই দেখা দিব। এইবাৰ অসম সাহিত্য সভাৰ সন্ধিক্ষণ বুলিব লাগিব। কাজেই, তেজপুৰ এইবাৰ অসমীয়া ভাষা-সাহিত্যসেৱীসকলৰ পক্ষে তীৰ্থস্থান স্বৰূপ হৈ পৰিব।

এই সন্ধিক্ষণত তেজপুৰবাসীসকলে পূৰ্ণ উদ্যমৰে এইবাৰ অসম সাহিত্য সম্মিলন পাতি তেজপুৰতেই অসমীয়া ভাষা আৰু সাহিত্যৰ বিজয় পতাকা উৰাবলৈ কাৰবাৰ কৰক। য'ত ন-পুৰণি সাহিত্যিকৰ অভাৱ নাই, য'ত সাহিত্যসেৱীসকলৰ হাড়েও আজি কণকণাই আছে, য'ত আজি দুজন আজন্ম-সাহিত্যসেৱী সাহিত্যৰথী, সম্মিলনৰ ভূতপূৰ্ব সভাপতি বিদ্যমান, য'ত অক্লান্ত কৰ্মী ডেকা সাহিত্যিকৰ সাহিত্যসেৱা আজিও একাগ্ৰতাৰে চলি আছে, সেই ঠাইত এইবাৰ ব্ৰহ্মপুত্ৰৰ ধলৰদৰে সাহিত্যৰ ধল উঠিব বুলি আমি আন্তৰিক আশা কৰিলোঁ।



এতিয়া আমি ক'ব খোজোঁ আমাৰ অতি চেনেহৰ শ্ৰদ্ধাস্পদ ৰায়বাহাদুৰ আনন্দচন্দ্ৰ আগৰৱালাক দেশে অতি সম্মানৰ চকুৰে চাই কাৰণেই তেজপুৰত বঙালী হাইস্কুল স্থাপন লৈ লোটপোট হোৱাত বেয়া পাইছে। তেখেতে এতিয়া শেহত যিদৰে মনৰ ভাব প্ৰকাশ কৰিছে সেইমতে তেখেতে ডাইৰেক্টৰে মতাই নিছিল যেতিয়া প্ৰশ্নটো মুখ পাতি ধৰি তেতিয়াই অসমীয়া হিচাপে নিজৰ কৰ্তব্য পালন কৰা হ'লে কোনো গ্লানিৰ কথা নোলালহেঁতেন। তেখেতৰ সাময়িক সেই দুৰ্বলতাৰ কাৰণে তেখেতে দেশৰ গঞ্জনা সহিব লগা হোৱাত দেশবাসীক যেন ভুল নুবুজে। দেশে আজি যি কৰ্তব্যবোধ, দেশাত্মবোধত অনুপ্ৰাণিত হৈ নিজৰ 'আনন্দ'কো নিৰানন্দ কৰি তুলিবলৈ পিছ নুহুঁহকিলে সেই কথালৈকো তেখেতে এবাৰ মন কৰি চাওক।

কাজেই, তেখেতে যেন নেভাবে, দেশে তেখেতক গঞ্জনা দিবলৈ পাই ভাল পাইছে। এতিয়া, আমি দেশবাসীক কওঁ তেখেতৰ বিবৃতিৰ পাছতে যেন আৰু এই বিষয়ে তেখেতক গঞ্জনা দিয়া নহয়। সুকৰি সাহিত্যসেৱীৰ খন্তেকীয়া দুৰ্বলতাই যেন তেখেতক আজন্ম সাহিত্য সেৱা দেশপ্ৰেমৰ কাহিনী তল নেপেলায়। তেখেতক আমি কৰ্তব্যৰ অনুৰোধত দোষ ধৰিবলৈ পাই যি বেজাৰ দিব লগীয়া হ'ল, সেই কথাও যেন আমাৰ দেশসেৱা বুলিয়েই ধৰে। তেখেতে এতিয়া সম্মিলনৰ কামত উদ্যমেৰে হাত দিয়ক।

স্থানান্তৰত এইবাৰ সম্মিলনৰ সভাপতি সাহিত্যৰথী বেজবৰুৱা ডাঙৰীয়াই হোৱা বাঞ্ছনীয় বুলি এজন সাহিত্যসেৱীয়ে যি প্ৰস্তাৱ দিছে সেয়ে, আমাৰো দেশবাসীৰ ওচৰত একমাত্ৰ প্ৰস্তাৱ। এই সন্ধিক্ষণত ভীষ্মপ্ৰতিম সাহিত্যৰথী বেজবৰুৱা ডাঙৰীয়াই একমাত্ৰ এই ধৰ্মযুদ্ধ চলাওঁতা হ'ব। তেখেতে দহোটা আসোঁৱাহ দেখুৱালেও আমি নুশুনো। আজিৰ সাহিত্য-শৰাইঘাটলৈ সাহিত্যৰণৰ লাচিতক যি উপায়েই হওক আনিব লাগিব।

[ ৫ কাতি, ১৮৫৭ ॥ ২২ অক্টোবৰ, ১৯৩৫ ]

## অসম সাহিত্য সন্মিলনী

অহা পূজাৰ বন্ধত শিৱসাগৰত পাতিবলৈ আয়োজন চলিছে। যোৱা ২১ জুন দেওবাৰৰ দিনা শিৱসাগৰৰ ক্লাবঘৰত ( Club House ) লোকেল বৰ্ডৰ চেয়াৰমেন শ্ৰীযুত ভুবনচন্দ্ৰ গগৈ ডাঙৰীয়াৰ সভাপতিত্ব বহা এখন ৰাজহুৱা সভাত ইয়াকে স্থিৰ কৰা হ'ল যে অহা ৬ আৰু ৭ কাতিত ( ইং ২৩ আৰু ২৪ অক্টোবৰ ) শুকুৰ আৰু শনিবাৰৰ দিনা শিৱসাগৰত অসম সাহিত্য সন্মিলনীৰ বছৰেকীয়া অধিবেশন পতা হওক। সভাপতি পদৰ বাবে যথাক্ৰমে লক্ষীপুৰৰ জমিদাৰ, 'আৱাহন' পৃষ্ঠপোষক, অসমীয়া ভাষাৰ পৰম হিতৈষী সাহিত্যিক আৰু সঙ্গীতজ্ঞ শ্ৰীযুত নগেন্দ্ৰনাৰায়ণ চৌধুৰী, 'ল' কলেজৰ প্ৰিন্সিপেল শ্ৰীযুত জ্ঞানদাভিৰাম বৰুৱা আৰু সাহিত্যিক শ্ৰীযুত আনন্দচন্দ্ৰ আগৰৱালা ডাঙৰীয়াক মনোনীত কৰা হৈছে।

অভ্যৰ্থনা সমিতিৰ বৰঙনি ৩ টকা ধাৰ্য কৰা হৈছে। এই সমিতিৰ সভাপতি অলপতে নিৰ্বাচিত হ'ব। শ্ৰীযুত পদ্মধৰ চলিহা, শ্ৰীযুত লক্ষীপ্ৰাণ চাংকাকতী আৰু মৌলৱী চৈয়দ মহম্মদ মহিবুল হুছেইনৰ ওপৰত যুটীয়া সম্পাদকৰ বাব পৰিছে। শ্ৰদ্ধেয় শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াকো এই উপলক্ষ্যে অসম সাহিত্য সভাৰপৰা অভিনন্দনপত্ৰ দিয়া হ'ব। বুৰঞ্জী শাখা আৰু সঙ্গীতৰ অধিৱেশনো ইয়াৰ লগতে পতাৰ কথা-বতৰা চলিছে। শিৱসাগৰ নাট্যসমাজে এখন সময়োপযোগী নাটৰ অভিনয়ৰ যো-যা কৰিলে ভাল হয়।

## শান্তি আৰু সম্পদ

আজি জগতৰ সভ্যজাতিবিলাকে বিজ্ঞানৰ সহায়ত যিদৰে মুৰৰপৰা ভৰিৰ তলুৱালৈকে সশস্ত্ৰ কৰি অলপ কথাতে কেটেলা পহুৰ দৰে কাঁইট থিয় কৰি দিবপৰা দৰে সদায় প্ৰস্তুত, সেই কথাই জগতৰ শান্তি অনা টান। বৰ্তমানৰ ইটালী আৰু আবিছিনীয়াৰ সংঘৰ্ষই এই কথা আৰু ফট্‌ফটীয়াকৈ দেখুৱাই দিছে।

এই কথা ঠিক, জগতৰ জাতিবিলাকে নিৰস্ত্ৰ হ'ব লাগিব। নহ'লে মুখৰ কথাৰে পেটে-পেটে কাকো কোনেও বিশ্বাস কৰিবপৰা নাই।



এইসময়ত আমেৰিকাই আৰু এটা উপায় দেখুৱাইছে। আমেৰিকাৰ স্টেট ছেক্ৰেটৰী মিঃ হলে কৈছে যে আন্তৰ্জাতিক শান্তি আৰু সম্পদৰ বাবে এতিয়া তিনটা বিষয়ত জগতে মন দিয়া উচিত হ'ব। তেওঁ এতিয়া আন্তৰ্জাতিক সম্মিলিত চেষ্টাৰ কথা কৈছে। তেওঁ কয়, প্ৰথমতে আন্তৰ্জাতিক ব্যৱসায় বাণিজ্য গঢ়ি তুলিব। দ্বিতীয়তে মুদ্ৰাস্ফীতি সাম্য অৱস্থালৈ আনিব লাগিব। তৃতীয়তে, জগতৰ সকলো স্বভাৱজাত বস্তু উচিত মূল্যত সকলো দেশে বিচাৰিলেই পাব লাগিব। দেখা গৈছে, আজি জগত অৰ্থনৈতিক ভেটিত ঠিয় হ'বলৈ বিচাৰিছে। আজি প্ৰায় ডুশবছৰ বিশেষকৈ বগা জাতিবিলাকে যি সাম্ৰাজ্যবাদী নীতি অৱলম্বন কৰি আহিছে তাৰ মূলত প্ৰকৃততে এই অৰ্থনীতিয়েই আছিল। এতিয়া এই ডুশবছৰে এই উদ্দেশ্যেই যিবিলাক সাম্ৰাজ্য স্থাপন হৈ গ'ল সেইবিলাকৰ মাজতো আকৌ সাম্য অৱস্থাৰ দৰকাৰ হৈ পৰিছে। এতিয়া সভ্যজগতৰ জাতিবিলাকে দেখিছে নিজ নিজ ধন-সম্পত্তি ৰক্ষা কৰিবলৈ হ'লে যিদৰে চোৰচাং বেৰি-কুৰি সদায় যাঠী-জোং লৈ ফুৰিবলগীয়া হৈছে সেয়ে প্ৰশস্ত উপায় নহয়। চোৰৰ উপদ্ৰৱ কমাবপৰাটোৱেই ঘাই কথা ; তাৰ বাবে এতিয়া চাব লাগিব যে সকলোৱে যেন খাব-বৰলৈ এটা সমান সুবিধা পায়।

—কথা সঁচা। পিছে এতিয়া আমেৰিকাৰ স্টেট ছেক্ৰেটৰীয়ে যি প্ৰস্তাৱ কৰিছে, সেয়ে জগতৰ সকলো জাতিকে যদি সমানে উপকৃত কৰিব লাগে তেন্তে তিনিওটা সমস্যা সকলো জাতিৰ পক্ষে সমানে খটুৱাব লাগিব। সকলো জাতিয়ে ব্যৱসায়-বাণিজ্যৰ নিমিত্তে সমান সুবিধা পাব লাগিব। যিবিলাক জাতি এই সম্বন্ধে পাছ পৰা, সেইবিলাকে যদি ইয়াৰ উন্নতি সম্পৰ্কে দেশৰ স্বভাৱজাত বস্তুবিলাক আন আন দেশৰ ব্যৱসায়-বাণিজ্যৰ নিমিত্তে যোগাৰ দিব লাগে তেন্তে সেই দেশৰ তলি উদং হোৱালৈ জানো ভয় নেথাকিব ? মুদ্ৰানীতিত সেইদৰে সকলো দেশলৈকে এটা হোৱা নিতান্ত বাঞ্ছনীয়। আৰু অতকালে যিবিলাক দেশে মুদ্ৰা কঢ়িয়াই পৰ্বতাকাৰ দ'ম বান্ধি পেলাইছে, সেইবিলাক মুদ্ৰা যিবিলাক দেশে অৰ্থাভাৱত দেশৰ স্বভাৱজাত বস্তু মেনুফেকচাৰ কৰি দেশৰ সম্পদ বঢ়াবৰ দৰকাৰ, সেইবিলাকে সমান সুবিধাৰে সেই ধন খটুৱাবলৈ পাব জানো ? এই তিনিওটা প্ৰশ্নৰ লগত তিনিওটায়ে সংশ্লিষ্ট সেই কথাও মনত ৰাখিব

লাগিব। সৰ্বোপৰি ভাবিব লাগিব, আজি জগতৰ সাম্য অৱস্থা আনিবলৈ হ'লে কোনো জাতিয়ে কাৰোপৰা বেলেগে স্থবিধা পাম এনে আশা যেন নকৰে।

আজি বৈজ্ঞানিক যুগত যিবিলাক আহিলা-পাতি লৈ জগতে দেশৰ অৰ্থ-সম্পদ বঢ়াবলৈ চেষ্টা কৰিছে-তাকে বঢ়াবলৈকে কাৰবাৰ নকৰি সকলোৰে পাততে সমানে বাঢ়ি দিবলৈ যদি স্থিৰ কৰে তেতিয়াহে তাৰপৰা সকলোৱে সমান উপকাৰ পাব। নহলে এয়ে আজি জগতৰ ওলটপালট অৱস্থাৰ ঘাই কাৰণ হৈ পৰিছে যে সেই কথাত কোনো সন্দেহ নাই। কথা ঠিক, জগতৰ সভ্যতা অৰ্থনৈতিক ভেটিৰ ওপৰতহে তিষ্ঠিব আৰু তাৰ ঘাই ঢোকা হ'ব Good Will—সকলোৱে মিলিজুলি সকলো কাম সিদ্ধান্ত কৰাৰ বাবে।

[ ৭ কাতি, ১৮৫৭ ॥ ২৪ অক্টোবৰ, ১৯৩৫ ]

## গাঁও-সংগঠনত তৰুণ-শক্তি

সিদিনা বম্বেৰ মেয়ৰ মিঃ নৰীমেনে এখন সভাত কৈছিল যে ভাৰতৰ তৰুণ শক্তিয়ে গাঁওবিলাকত নিৰক্ষতা দূৰ কৰা আৰু গাঁওবিলাক কিদৰে স্বাস্থ্যকৰ কৰি তুলিব পাৰি এই দুটা কামত বিশেষভাৱে সহায় কৰিব পাৰে। তেওঁ কয় যে জগতৰ সকলো দেশতে ডেকাসকল নিজে এটা স্থকীয়া শ্ৰেণী। তেওঁলোকৰ হাতত দেশৰ ভবিষ্যত সদায় নিৰ্ভৰ কৰিছে। তেওঁলোকৰ জীৱনৰ এটা মহৎ উদ্দেশ্য আছে। এই উদ্দেশ্য স্বাৰ্থপৰ বা জীৱ নৰ সাধাৰণ কামতে শেষ বুলি ভবা উচিত নহয়। তেওঁলোকে নিজক নগণ্য বুলি ভবা উচিত নহয়। জাতীয় বা সামাজিক কোনো এটা নহয় কোনো কাম তেওঁলোকে কৰা দৰকাৰ। উদাহৰণ স্বৰূপে তেওঁ কয়—চীন, জাপান, ইংলণ্ড, জাৰ্মানিৰ ছাত্ৰশক্তিয়ে সেই সেই দেশৰ সমস্যাবিলাক দেশসেৱাৰ মাজেদি সমাধান কৰি আহিছে। ভাৰতেও আজি সেই দেশ-সেৱা বিচাৰিছে। ভাৰতৰ গাঁওবিলাকৰ অৱস্থা অতি শোচনীয়। কাজেই, ভাৰতৰ ডেকাসকলে গাঁৱৰ দুৰ্গতি দূৰ কৰা নিতান্ত কৰ্তব্য। তেওঁ ডেকাসকলক লিখা-পঢ়া বাদ দি দেশৰ কাম কৰিবলৈ নকয়। সেইটো



সম্ভৱপৰ নহয়। কিন্তু, দৰ্কাৰ পৰিলে তাকো কৰিব লাগিব। চিনেমা বা ক্লাববিলাকত মিছাতে সময় নকটাই ডেকাসকলে সপ্তাহতে এদিন বা দুদিন দেশসেৱাৰ কাম কৰিব পাৰে। এই উদ্দেশ্যে তেওঁলোকে একোটা অনুষ্ঠান পাতি গাঁৱৰ স্বাস্থ্য শিক্ষা আদি বিষয়ে কিছুদূৰ কাম হাতত ল'ব পাৰে। ইয়াকে কৰিব পাৰিলে মিঃ নৰীমেনে কয়—"আমি যি গন্তব্যস্থল পাবলৈ আজি বাঞ্ছা কৰিছোঁ সেই ঠাই নিশ্চয় পোৱা যাব।"

এতিয়া এইখিনি কথা বিশেষকৈ আমাৰ ডেকা অসমৰ কাণত পেলাব খোজোঁ। তেওঁলোকে বৰ্তমান অসমীয়া জাতিৰ অস্তিত্ব লৈ যিদৰে কাম কৰিছে আৰু একমত হৈ ভাবিব পাৰিছে সেয়ে দেশৰ ভবিষ্যতৰ আশা অলপ দিছে বুলি ক'ব পাৰি। কলিকতাৰ ষ্টুডেণ্টছ্ ৱেলফেয়াৰ লীগ স্থাপন হ'বৰ বেছিদিন হোৱা নাই। ইতিমধ্যে তেওঁলোকে শ্ৰীহট্ট-বিচ্ছেদ, অসমত বিশ্ববিদ্যালয় স্থাপন, বঙালী ভাষা আৰু স্কুল-সম্বন্ধে প্ৰতিবাদ সভাৰ আয়োজন যিদৰে কৃতকাৰ্যতাৰে কৰিব পাৰিছে সেই কথা মন কৰিবলগীয়া। এতিয়া আমি তেওঁলোকক মিঃ নৰীমেনে কোৱাৰদৰে কওঁ-অসমীয়া গাঁওবিলাকত সঙ্ঘবদ্ধভাবে যাতে তৰুণ শক্তিৰপৰা কাম হ'ব পাৰে সেই বিষয়েও যেন চিন্তা কৰি চায়।

দেশত এতিয়া জীৱন-মৰণৰ যি সমস্যা উপস্থিত হৈছে, সেই কথালৈ তেওঁলোকৰ প্ৰাণত যিদৰে স্পন্দন হৈছে আনৰ সেইদৰে হোৱাটো কেতিয়াও সম্ভৱ হ'ব নোৱাৰে। যথাৰ্থতে সকলো দেশতে তৰুণশক্তিক দেশৰ কামত নিয়মিতৰূপে আৰু দেশ-কাল-পাত্ৰ চাই বিভিন্ন প্ৰণালীৰে সংযত ভাবে খটুৱাব নোৱাৰিলে কোনো দেশে সহজে উন্নত হ'বপৰাৰ শক্তি নাই। আজি এই কথা আমি অসমীয়া জাতিয়ে আৰু ভালদৰে হৃদয়ঙ্গম কৰিব পাৰিব লাগিব। ষ্টুডেণ্টছ ৱেলফেয়াৰ লীগে এই বিষয়ে চেষ্টা কৰাৰ কথা আমি উনুকিয়াইছোঁ এই বাবে যে তেওঁলোকৰ অনুভূতি প্ৰায় সকলোঠাইতে স্বভাৱতে একে; কাৰণ, তেওঁলোক স্বাৰ্থান্ধ হৈ বেলেগ বেলেগ বাটেৰে যাবৰ সময় নৌ হয়। সেইটোৱেই তেওঁলোক পক্ষে এক মত এক প্ৰাণ হৈ আন্তৰিকতাৰ কাম কৰিবৰ স্থবিধা বুলিব পাৰি।

গাঁও-সংগঠন আজি দেশৰ ঘাই সমস্যা যে সেই কথা সকলোৱে স্বীকাৰ কৰিছে। ডেকাসকলে যে এই বিষয়ে অলপ নহয় অলপ কামো যে কৰিবৰ

সদায় সুযোগ আছে সেই কথাও ঠিক। আমিও তেওঁলোকক পঢ়াশুনালৈ পিঠি দি এইবিলাক কামত মূৰপুতি লাগিবলৈ পৰামৰ্শ নিদিওঁ। কিন্তু লগতে আজৰি বতৰত ৰেহা লগাই এইবিলাক দেশসেৱাৰ ছুই-চাৰিটা হাতে-ঢুকি-পোৱা কামত হাত দিলে ভবিষ্যতে দেশৰ গুৰি ধৰোঁতে যে সেই হাতৰ মুঠি শকত হৈ দেশৰ ডাঙৰ ডাঙৰ সমস্যাৰ শামুকীয়া গাঁঠিও যে একে ঘাপে মুকলি কৰিব পাৰিব, সেই কথা ঠিক। সেইভাবে দেশসেৱা কামত তেওঁলোকে হাত দিব লাগিব।

[ ৮ কাতি, ১৮৫৭ ॥ ২৫ অক্টোবৰ, ১৯৩৫ ]

## পূজা আৰাহন

হে দুৰ্গতিনাশিনী! আজি অসমীয়াৰ প্ৰাণত আবিৰ্ভাৱ হোৱাঁ। সকলোবিধ ছুখ-দুৰ্গতি দূৰ কৰাঁ। তোমাৰ কামপীঠ কামৰূপক আজি স্ব-ৰূপ পাবলৈ উদ্বুদ্ধ কৰি তোলাঁ। তোমাৰ অকালবোধনৰ মহিমা আজি অসমীয়া জাতিয়ে বুজি উঠক। বুজি উঠক, তোমাৰ শক্তি-পূজা মুখৰ কথা নহয়। ধ্যানস্তিমিত-লোচন হৈ এবাৰ চাওক, ভগবান ৰামচন্দ্ৰই এই পূজাত নীলপদ্ম সদৃশ নিজৰ চকু এটাকে দি কিদৰে উৎপাটন কৰি দিবলৈ উদ্যত! আত্মপৰীক্ষাৰ পাছতহে সাধকে তোমাৰ শক্তিপুঞ্জ লাভ কৰিব পাৰে! হে অপৰাজিতা! দশভুজা! তোমাৰ শক্তিৰ ওচৰত ৰাৱণৰ দহোটা বিকৃত মূৰেও কোনোৰকম শক্তি আবিষ্কাৰ কৰিব নোৱাৰিলে। হে বিজয়া! তোমাৰ বিজয় কবচ হাতত বান্ধি ৰামচন্দ্ৰই সীতা আইক মোহান্ধ ৰাক্ষসৰ হাতৰপৰা উদ্ধাৰ কৰিব পাৰিলে। হে সৰ্বমঙ্গলা! অসম দেশ আকৌ সৰ্বতোভাবে মঙ্গলময় কৰি তোলাঁ। হে আদ্যাশক্তি! অসম দেশত আকৌ তোমাৰ শক্তিসম্ভূত গণপতিৰ স্থিতি হওক, কাৰ্তিকেয়ৰ শৌৰ্য-বীৰ্য লৈ দেশ শ্ৰীমন্ত হৈ উঠক। তোমাৰ সহচৰী লক্ষ্মী আইৰ ভাণ্ড আকৌ অসমীয়াৰ ঘৰে ঘৰে জোৰক! আই সৰস্বতীৰ কলাপী বীণা ঝঙ্কাৰি উঠক! অসমৰ নীলাচলত আকৌ ভূ-কৈলাস বিৰাজিত হওক।

[ ৪ কাতি, ১৮৫৮ ॥ ২১ অক্টোবৰ, ১৯৩৬ ]

## অসমীয়া জাতিৰ শক্তিসঞ্চয় কিহত?

হিন্দু-জগতৰ শক্তি-পূজাক জগতৰ আদ্যাশক্তিৰূপে চালে, ইয়াৰ মৌলিক তত্ত্ব কি তাক তত্ত্ববিদ্‌সকলে নানাভাবে ব্যাখ্যা কৰি দেখুৱাব পাৰে। আমাৰ সেই শক্তি নাই যদিও আজি এই স্মৰণীয় ক্ষণত এই শক্তিপূজাৰ উদ্বোধনে অসমীয়া জাতিৰ প্ৰাণত প্ৰকৃততে কোনো শক্তি সঞ্চাৰ কৰি দিছে নে সেই কথা দকৈ ভাবি চাব লাগিব। মহামায়াৰ এই শাৰদীয়া বাৎসৰিক পূজাৰ লগে লগে অসমীয়া জাতিয়ে কিমান সম্পদ আৰ্জে, কিমান শক্তি সঞ্চয় কৰি জাতীয় জীৱনৰ সকলো শ্ৰেণীৰ বৈৰীভাব সকলো ক্ষেত্ৰৰপৰা নিৰ্মূল কৰি আহিব পাৰিছে সেই কথা প্ৰতি বছৰে ভালদৰে মন কৰি চাব লাগিব। এই পূজাৰ সাত্ত্বিকতাৰ আনুষঙ্গিক যিবিলাক ৰাজসিক কাম হয়, সেইবিলাকত অসমীয়া জাতিয়ে কিমান ভাগ পায়?

প্ৰতিবছৰে দুৰ্গাপূজাৰ সময়ত এই উৎসৱ উপলক্ষ্যে অসমত এক অসমীয়াৰপৰাই কিমানথিনি সম্পদ বাহিৰলৈ ওলাই যায় সেই কথা কোনোবাই মন কৰি চাইছেনে? তাৰ পাছত শুদা ঘৰত লক্ষ্মীদেৱীৰ আৱাহন কেনে দেখায় এবাৰ অসমীয়া মাত্ৰেই ভাবি চাওক। ধৰ্মৰ লগত কৰ্মৰ বন্ধন এটা যে আছে সেই কথা ঠিক। তেনেস্থলত এনেবিলাক ধৰ্মাচৰণ শুভকাৰ্যৰ লগে লগে জাতিটোক কৰ্মশীল কৰি তুলিব নোৱাৰিলে তেনে ধৰ্মাচৰণ অৰ্জিও পুণ্যৰাশি থবলৈকো এডোখৰ শুচি ঠাই পোৱা টান হৈ পৰে। বৰ্তমান সময়ত অসমীয়া জাতিয়ে দৈনন্দিন জীৱনৰ প্ৰয়োজনীয় সামগ্ৰী, আনন্দ উৎসৱৰ সকলো প্ৰকাৰ সঁজুলি, ধৰ্মপালনৰ আনুষঙ্গিক উপচাৰ পৰ্যন্ত পৰমুখাপেক্ষী হৈ চলিব লগাত পৰিছে। একো-একোটা উৎসৱৰ সময়ত দেশত কিমানবিলাক অৰ্থসমাগমৰ বাট ওলায় সেই কথা কোনে মন কৰা নাই? অথচ তাৰ টকাত-পইচাটোও আৰ্জিবলৈ সুবিধা নেপায় আৰু যি অলপ সুবিধা আহে আমি এনে বিজতৰীয়া যে তাকো গ্ৰহণ কৰিব নোখোজোঁ। এই শাৰদীয় পূজা উপলক্ষ্যে দেশত প্ৰতিমা গঢ়ে প্ৰায় বিদেশী খনিকৰে। তাত আমি পূৰ্বে দেখুৱাই আহিছোঁ কম হ'লেও ২০ হেজাৰ টকা যায়। বিদেশী পুৰোহিতে ২০।২৫ হেজাৰ টকা নিয়ে। বিদেশী গান-বাজনাৰ পাৰ্টিয়ে অন্ততঃ ৫০।৬০ হেজাৰ টকা নিয়ে। বিদেশী দোকানে-

পোহাৰতকেই লক্ষ টকাৰ বস্তু সেই সময়ত বিক্ৰী হয় সেই কথা কোনে মন কৰা নাই ?

আজি এই কথা উল্লেখ কৰি আমি মাত্ৰ সোঁৱৰাই দিব খুজিছোঁ যে অসমীয়া জাতিয়ে শক্তি সঞ্চয় কিহত হয় সেই কথা প্ৰকৃততে হৃদয়ঙ্গম কৰিবপৰা নাই। দেশত সৰ্ববিধ অনুষ্ঠান, সৰ্ববিধ কৰ্মক্ষেত্ৰৰ মাজেদি অৰ্থনৈতিক, সম্পদ বঢ়াব নোৱাৰিলে এটা জাতি সঞ্জীৱিত হৈ বহুকাল কেতিয়াও তিষ্ঠিব নোৱাৰে। আজি অসমীয়া জাতিৰ মানসিক দুৰ্বলতা, শাৰীৰিক অৱসাদ আনিছে যিবিলাক কাৰণে সেই কথা দকৈ কোনোবাই ভাবি চাইছেনে ? আমাৰ দেহ-মন-আত্মা এতিয়া ইমানদূৰ দুৰ্বল হৈ পৰিছে যে সেইকথা ভাবিবলৈকো আমাৰ ভয়। মৌমাহে যিদৰে নানান ঠাইৰ মৌ কঢ়িয়াই আনি শেহত এটা মৌচাক গঢ়ি তোলাৰ পিছত মৌকোঁহ দেখা যায়, সেইদৰে এটা জাতিৰ শক্তি সঞ্চয়ো নানাক্ষেত্ৰৰপৰা অহা বস্তু। ইয়াক পাবলৈ হ'লে এফালে চালে নহব, এফালে গালে নচলিব ।

অসমীয়া জাতিৰ প্ৰকৃত শক্তিপূজা হ'ব সেইদিনা, যিদিনা অসমীয়া মানুহে কালৈকো হাত পাতি চলিব লগা ন'হব। সেই কাম পৰি যোৱা জাতি এটাৰ পক্ষে কোৱা মাত্ৰেই সিদ্ধি হোৱা বিধৰ হ'ব নোৱাৰে। তাৰ বাবে যিমান দূৰ আন্তৰিকতাৰ দৰকাৰ সেই কথা এবাৰ সকলোৱে ভাবি চোৱা উচিত। ভুকুতে কল নপকে। সেইটো সাধাৰণ কথাতে কোৱা হয়। তেনেস্থলত এটা শক্তি আৰু উন্নতিৰ জখলাত খাপে খাপে উঠি যাবলৈ কিমান ধৈৰ্য, সাহস, অভ্যাস, প্ৰবল ইচ্ছাৰ দৰকাৰ হ'ব পাৰে সেই কথাও ভাবি চাবলগীয়া।

আমি আন্তৰিকভাৱে বিশ্বাস কৰি আহিছোঁ এনেবিলাক ক্ষেত্ৰত অসমীয়া জাতিৰ দিনে দেখা ব্যৰ্থতাই নিৰাশ কৰিবৰ কোনো কাৰণ নাই। সেই ব্যৰ্থতাত খোপনি পুতি যে আগবাঢ়িবলৈ সাহ নোহোৱাটো হৈ পৰিছে সেই কথাই হে জাতিটোক নিশকতীয়া কৈ তুলিছে। আত্মপ্ৰতিষ্ঠাৰ একোটা প্ৰবল ইচ্ছাতহে জাতিৰ শক্তি সক্ৰিয় হয়। অসমীয়া জাতিলৈ স্বকীয়া ব্যৱস্থা হ'ব নোৱাৰে।

[ ৪ কাতি, ১৮৫৮ ॥ ২১ অক্টোবৰ, ১৯০৬ ]

## অসমত মিউজিয়ম

আমি অসম কাউন্সিলত থকাকালীন অসমত যে এটা মিউজিয়ম লাগে সেই কথা আলোচনা কৰি এটা প্ৰস্তাৱো দিছিলোঁ। ভোটত কাণে কাণ মাৰি নিটিকিল। সেইদিন ধৰি আজিলৈকে এটা মিউজিয়ম স্থাপন নহ'ল। অথচ প্ৰাচীন কীৰ্তিৰ নিদৰ্শনেৰে ভৰা অসমত কতবিলাক অতীত কাহিনীৰ নিদৰ্শন আছে সেই কথা দিনে দিনে প্ৰমাণিত হৈ আহিছে। আহোম যুগৰ বিচিত্ৰ বুৰঞ্জী লিখা স্পৃহা নথকা হ'লে অসমৰ অতীত কাহিনী প্ৰায় লুপ্ত হ'লহেঁতেন। অতীত কাহিনীয়ে যদি এটা আত্মবিস্মৃত জাতিক আত্মপ্ৰত্যয় জন্মাই কৰ্মশীল কৰি তুলিব পাৰে আৰু সেয়ে অতীত কাহিনীৰ, অতীত স্মৃতিৰ যদি মূল্য তেন্তে অসমত মিউজিয়ম এটা নিয়মমতে স্থাপন কৰিবলৈ আৰু এটা দিনো বিলম্ব কৰা উচিত নহয়।

তেজপুৰৰ নামনিত শিঙৰি ঘাটত আগৰ ঋষ্যশৃঙ্গ মুনিৰ আশ্ৰম বুলি কোৱা হয়। এতিয়া শিঙৰিঘাট মহ-ডাঁহৰ বাঁহ, বাঘ-ঘোঙৰ স্থল হ'ল। বৃটিছ-সিংহৰ গোজৰণিত চাহ বাগিচা এখন নোলোৱা হ'লে আজি সেই ঠাই ব্ৰহ্মপুত্ৰয়ো এঙ্গালেহেঁতেন। অথচ সেই ঠাইতে অলপতে স্তূপাকাৰে পৰি থকা ভালেখিনি ধ্বংসাৱশেষ আবিষ্কৃত হৈছে। ভগ্নাৱশেষৰ মাজৰপৰা ভাস্কৰ্যৰ নিদৰ্শন স্বৰূপে দুটি শিলৰ মূৰ্তি জাহাজেৰে কামৰূপ সমিতিৰ মিউজিয়মলৈ হেনো নিয়া হৈছে। শ্ৰীযুত সৰ্বেশ্বৰ শৰ্মা কটকীদেৱে অলপতে সেই ঠাই পৰিদৰ্শন কৰিও গ'লহি। তেখেতৰ মতে সেই ঠাইত সমস্ত শিলেৰে সজোৱা এটি দুৰ্গা-মন্দিৰ অৱস্থিত আছিল। শিলৰ চৌকাঠহে ব্যৱহাৰ কৰা হৈছিল। সেই চৌকাঠৰ গাত যিবোৰ ভাস্কৰ্য চিত্ৰ আছে সেইবোৰ নুমলীগড়ৰ ধ্বংসাৱশেষৰ বা তেজপুৰৰ বামুণীপৰ্বতৰ ভাস্কৰ্যৰ লগত মিলে। শিলত কটা লতাফুল আৰু অন্যান্য শিল্পকাৰ্যখিনি দেখিলে অতীতত অসমীয়া জাতিৰ শিল্পনিপুণতা কিমান ওখ ধৰণৰ আছিল সেই কথাই মনত তোলপাৰ লগাব পাৰে। প্ৰত্নতত্ত্ববিদ কটকীদেৱৰ মতে এই মন্দিৰ নিৰ্মাণ কাল নৱম আৰু দশম শতাব্দীৰ মাজভাগ বুলি ধৰিব পাৰি। এই কামত শিঙৰী বাগিছাৰ মেনেজৰ আৰু ষ্টাফে বিশেষ তৎপৰতা দেখুৱাই অসমীয়া জাতিৰ ধন্যবাদৰ পাত্ৰ হৈছে।

শিঙৰীঘাটৰ অতীতত এনে এটা সভ্যতাই মূৰ জিলিকাই আছিল বুলি আজি কোনোবাই বিশ্বাস কৰিব পাৰিবনে? যিথন দেশত হালধিকণ গুৰি কৰা পটাগুটিটোৰো গা খহটা কৰি দিবলৈ বজাৰৰ পটাকুটা এটা মাতি আনিব লাগে সেই দেশত হেজাৰ বাৰশ বছৰৰ পূৰ্বতো শিলৰ চৌকাঠ লগোৱা মঠ-মন্দিৰ প্ৰাচীৰ যে তুলিব পাৰিছিল সেই কথা জনাৰ পৰাও জাতীয় জীৱন লেৰেলা অৱস্থাৰ পৰা অলপ ঠন ধৰি উঠাৰ কথা নহব নে? সেই শিলৰ গাত লতাফুল বছা কথা আজিৰ অসমীয়াই ভাবিব পাৰিব নে?

আমি আন্তৰিকভাৱে ক'ব খোজোঁ যে এতিয়া গুৱাহাটীতে আমাৰ মিউজিয়ম এটা স্থাপন কৰিবলৈ সকলোৰে প্ৰকৃত চেষ্টা হোৱা উচিত। এনে এখন ঠাইত গোটোৱা ভগ্নাৱশেষবিলাকে অসমীয়া জাতিটোক আকৌ জোৰা দিয়া কামত হে সহায় কৰিব।

[ ১৭ কাতি, ১৮৫৮ ॥ ১৩ নভেম্বৰ, ১৯৩৬ ]

## শ্ৰীপঞ্চমী

আৰ্যসকলে দৃষদ্বতী আৰু সৰস্বতী নৈৰ মাজৰ সাৰুৱা ঠাইডোখৰত থাকোঁতে অলপ পৰিশ্ৰমতে যথেষ্ট শস্য উৎপন্ন কৰি অনেক সময় আজৰি পাইছিল। তেওঁবিলাকে এই সময়ত দৰ্শন বিজ্ঞানৰ নতুন নতুন তথ্য উলিওৱাত ব্যস্ত আছিল। অকল ভাত-কাপোৰৰ সংস্থানেই তেওঁবিলাকৰ মনত তৃপ্তি দিব নোৱাৰিছিল আৰু কিবা এটাৰ সন্ধানত তেওঁবিলাকে হামৰাও কাঢ়ি ফুৰিছিল। সি হৈছে কাব্য, দৰ্শন, সঙ্গীত আৰু চিত্ৰকলাৰ মাজেদি সত্যসুন্দৰৰ বিৰাট পৰিকল্পনা।

হিন্দুৰ দেৱ-দেৱীৰ ধাৰণা বহুত ৰকমৰ। বেদান্তই কোৱা 'একমেৱ-দ্বিতীয়ম'ক আকৌ আমি উপাসনাৰ নিমিত্তে বেলেগ বেলেগ ৰূপ দি প্ৰত্যেক বিভাগতে এজন অধিষ্ঠাত্ৰী দেৱতা (?) স্থিৰ কৰি লৈছোঁ। আকৌ সেইবিলাকৰ সমষ্টিয়েই পৰম ব্ৰহ্ম (?)। লতাকুঞ্জৰ মাজেদি কুলু-কুলু সুৰে বৈ যোৱা পুণ্যসলিলা সৰস্বতীৰ পাৰ এনে মনোৰম! তাত আকৌ



অনৰ্গল যজ্ঞকুণ্ডৰপৰা ওলোৱা ধোঁৱাই সুগন্ধি কৰা বায়ুৰ সঞ্চালন আৰু সামগানৰ মধুৰ ঝঙ্কাৰ। শৰতৰ শেহত গুচি যোৱা বগা ৰাজহাঁহ জাক আকৌ আহি সৰস্বতীৰ ফটিক ধাৰ যেন পানীত জপিয়াই পৰিছেহি। পাৰৰ গছ-গছনিবোৰ নতুন কুঁহি-ফুল-পাতেৰে সুশোভিত হবলৈ কাচি পাৰি ওলাইছে। তপোবনৰ সেউজীয়া ঘাঁহনিবিলাক ক্ৰমাৎ ডাঠ হৈ উঠিছে আৰু কুটীৰৰ কাষে কাষে থকা কাঞ্চন গছবিলাকক প্ৰকৃতিয়ে নিজ হাতে সজাই-পৰাই দিছে। এনে বিনন্দীয়া সময়, সুন্দৰ কুঁহিপাত আৰু নানা বৰণীয়া ৰমক-জমক ফুলৰ আশাত সোণৰ কুকিটো লৈ বসন্ত ৰমণীয়ে মিচিকিয়া হাঁহি মাৰি অস্ফুট সুৰত কিবা গীত জুৰিছে। এনে সময়তে তেওঁবিলাকৰ মানস পটত জিলিকি উঠিল জ্ঞানবিদ্যাৰ অধিষ্ঠাত্ৰী দেৱী শ্ৰীশ্ৰীসৰস্বতী।

হে মাতৃ বীণা-পুস্তকধাৰিণী! কাইলৈ বাসন্তী পঞ্চমীৰ দিনা তোমাৰ পূজাৰ দিন। আজি অসমীয়াৰ কবিতাত অসীম অনন্ত ভাবৰাশিৰ মধুৰ স্পন্দন, স্বচ্ছ নিৰ্মল অবাধ গতিৰ গভীৰতা নাই। সঙ্গীতৰ সুৰৰ মূৰ্ছনাত সুন্দৰ ৰূপৰ প্ৰেমভৰা উন্মাদনা নাই, আৰু সুখ-আনন্দ, দুখ-দৈন্য অভাৱ-অভিযোগৰ শত শত জ্বলন্ত প্ৰতিমূৰ্তি ফুটি উঠা নাই। আজি জগতত আমি মূক; নিজৰ জন্মগত স্বাৰ্থৰ বিষয়ে একেষাৰ টানি ক'ব নোৱাৰোঁ, আৰু অলীক অনুপ্ৰেৰণাত আমি উন্মত্ত। জ্ঞানহীন হৈ দিগ্বিদিগ্ হেৰুৱাই ক্ষুদ্ৰ স্বাৰ্থৰ জালত আমি আবদ্ধ। হে মাতৃ, জ্ঞানভক্তি প্ৰদায়িনী, আমাক এই সঙ্কটৰপৰা ৰক্ষা কৰা।

হে শ্বেতপদ্মাসনা বাগদেৱি! সুকুমাৰ কলাৰ বিবিধ উপকৰণেৰে সজোৱা নৈবেদ্য এভাগ তোমাৰ চৰণত আজি আমি উছৰ্গিবলৈ সম্পূৰ্ণ অপাৰগ। তথাপি ভক্তিৰে সৈতে ভক্তবৃন্দই যি হ'ক আগবঢ়াইছে তাকে তুমি গ্ৰহণ কৰি অসমীয়াৰ বিৰস যাত্ৰা জয়যুক্ত হ'বলৈ শিৰত আশিস বৰষি তোমাৰ মধুৰ স্মৃতিৰ প্ৰেৰণা এবছৰলৈ প্ৰত্যেক ভক্তৰ হিয়াত থৈ যোৱা। হে আই! জ্ঞান দিয়া বিদ্যা দিয়া, বুদ্ধি দিয়া, প্ৰতিভা দিয়া! আৰু আমাক শক্তিমন্ত কৰি তোলা—

স্মৃতিশক্তি জ্ঞানশক্তি বুদ্ধিশক্তি স্বৰূপিনী।
প্ৰতেভাকল্পনা শক্তি যা চ তস্যৈ নমো নমঃ।

[ ২ ফাগুন, ১৮৫৮ ॥ ১৪ ফেব্ৰুৱাৰী, ১৯৩৭ ]

# অনুষ্ঠানৰ ওপৰত হেতা-ওপৰা

কোনো একোটা ঘাই উদ্দেশ্য লৈ একোটা অনুষ্ঠান পতা হয়। তাৰ কাৰ্য-প্ৰণালীৰ মাজেদি সেই উদ্দেশ্য সাধন কৰা হয় বা চেষ্টা কৰা হয়। যিবিলাক অনুষ্ঠানে নিজ উদ্দেশ্যলৈ লক্ষ্য ৰাখি কাৰ্য-পদ্ধতি স্থিৰ কৰিব পাৰে, সেইবিলাক অনুষ্ঠান ক্ৰমে বলী হৈ আহে আৰু যিবিলাকে কেতিয়া কি প্ৰণালীৰে কাম কৰে তাৰ কোনো স্থিৰতা নাই সেইবিলাকে বাহিৰে ৰং-চং ভিতৰে কোৱাভাতুৰী হৈ মানুহক ভুল-ভ্ৰান্তি লগোৱায়। আৰু প্ৰত্যেক অনুষ্ঠানৰে উদ্দেশ্য চাই কাৰ্য-পদ্ধতিও সুকীয়া। এই কথা সদায় মনত ৰখা উচিত। বহুত সময়ত এই সত্য পাহৰি অনুষ্ঠানবিলাকে নিজৰ ভৰিত নিজে কুঠাৰ মাৰে। এই কথা বহুত অনুষ্ঠানৰ পক্ষে অপ্ৰিয় সত্য হ'লেও সি সত্য।

এনেবিলাক অনুষ্ঠানৰ ওপৰত হেটা-ওপৰা লৈ এতিয়া আমি দুআষাৰ ক'ব খোজোঁ। অন্য প্ৰদেশৰ কথা আমি বিশেষকৈ ক'ব নোখোজোঁ। আমাৰ প্ৰদেশৰ কথাকেই কোৱা যাওক। আমাৰ প্ৰদেশৰ হৰিজন সংঘ আৰু ৰায়ত সভাৰ বিষয়ে এই হেটা-ওপৰা কথাষাৰ যে ভালকৈ খাটে সেই কথা আমি পূৰ্বতো কৈ আহিছোঁ। 'হৰিজন সংঘ'ৰ ঘাই উদ্দেশ্যৰ লগত যদি কাৰ্য-পদ্ধতি খাপ খাই পৰিলেহেঁতেন, 'হৰিজন'ৰ ঘাই উদ্দেশ্যৰ লগত দেশৰ ৰাজনৈতিক উদ্দেশ্য মতভেদ থকা সকলে যদি হেটা-ওপৰা কৰি মূল উদ্দেশ্যৰপৰা আঁতৰি নগলহেঁতেন, তেন্তে অসমত 'হৰিজন সংঘ' আজি প্ৰায়ে সামৰি পেলাবলগীয়া নহলহেঁতেন।" 'ৰায়ত সভাৰ' জন্ম ৰায়তৰ দুৰৱস্থা দূৰ কৰা। বিশেষকৈ ৰায়তৰ খাজনা লৈ ৰায়ত সভাৰ ঘাই উদ্দেশ্য। এই কাৰণেই ৰায়ত সভাৰ যেতিয়া প্ৰথম জন্ম অক্লান্ত কংগ্ৰেছকৰ্মী বৰচেতীয়াদেৱৰ চেষ্টাত, কৰ্মবীৰ স্বৰ্গীয় বৰদলৈ ডাঙৰীয়াৰ সভাপতিত্বত যোৰহাটৰ টিলিকি আমত হয়, তেতিয়া এই ৰায়ত সভাত চৰ্কাৰী বিষয়া, চাহ বাগিচাৰ কৰ্তৃপক্ষসকলেও যোগদান দিয়ে। আমাৰ মনত আছে অসমীয়া জাতিক সম্মানৰ চকুৰে চাবপৰা চাংচোৱা বাগিছাৰ মিঃ মেকলেও চাহাবে সেই সম্মিলনত নানাভাৱে সহায় কৰি নিজে উপস্থিত থাকি ৰায়ত সভাক উদগনি দি দুআষাৰ কয়। এই ৰায়তসভাই সেই দিন ধৰি ৰায়তৰ



স্বাৰ্থ থকা সকলো কথাতে প্ৰস্তাৱাদি গ্ৰহণ কৰি চৰকাৰৰ ওচৰ চাপি টানি আন্দোলন কৰি আহিছে।

এই ৰায়ত সভাৰ নীতি অন্ততঃ গৱৰ্ণমেণ্টৰ লগত কোনো সংশ্ৰৱ নৰখা বিধৰ হ'ব নোৱাৰে। আৰু কাৰ্যতঃ তেনে কৰি দেখুৱাবও পৰা নাই। এই ৰায়ত সভাৰ ওপৰত বিভিন্ন ৰাজনৈতিক মতাৱলম্বী দলৰ লোকসকলে হেঁটা-ওপৰা কৰি যে ৰায়ত সভাৰ প্ৰকৃত উদ্দেশ্য লৈ লক্ষ্য ৰাখি কাৰ্যপদ্ধতি গ্ৰহণ কৰিবপৰা নাই তাৰ কাৰণো এই হেতা-ওপৰা। যেনেকৈ "শৰাধ চাই বিধি" বোলা কথা এষাৰ আছে। সেই কথা ৰাজহুৱা অনুষ্ঠানবিলাকত আৰু ভালকৈ খাটে।

এইখিনি সত্য কথা কৈ আমি দুই-চাৰিজনৰ গঞ্জনা শুনিব লাগিব। সেইবাবে আমি কাৰো মুখত সোপা দিব নোৱাৰোঁ। কিন্তু কথা যে সঁচা সেই বিষয়ে আমাৰ মনত অলপো দ্বিধা নাই।

আমাৰ ইয়াত অনুষ্ঠানবিলাকৰ আৰু এটা অসুবিধা এই যে একোখিনি লোকেই সকলোবিলাক অনুষ্ঠান প্ৰায় চলাব লাগে। আৰু নেতৃত্বৰ বাবে প্ৰকৃততে অযোগ্য দুই-চাৰিজনে তেনে আকাঙ্ক্ষা কৰি য'তে ত'তে থপিয়াই ফুৰে। নামটো কৰিব পাৰিলেই হ'ল। এই দোষটো অনুষ্ঠানবিলাকৰ। শেহত, যেনিতেনি ছেদেলি-ভেদেলি হৈ পৰে। মিছাতে একৰকম শক্তি ক্ষয় হয়।

দেশত মহাত্মাৰ নামত কংগ্ৰেছ আৰু কংগ্ৰেছৰ নামত আন আন অনুষ্ঠানবিলাক যেতিয়া সংযোগ ৰাখি চলাবলৈ চালেহে জনসাধাৰণৰ মন কোনো কথাত আকৰ্ষণ কৰিবপৰা বিধৰ হৈ পৰিল তেতিয়া আন আন বিশেষ উদ্দেশ্য লৈ স্থাপিত হোৱা অনুষ্ঠানবিলাক নিজ নিজ উদ্দেশ্যলৈ লক্ষ্য ৰাখি চলিব নোৱৰা হৈ পৰিল। তেতিয়া সেইবিলাক অনুষ্ঠান নিজৰ বা ব্যক্তিগত নেতৃত্বৰ প্ৰভাৱেৰে চলাবলৈ অক্ষম বা অযোগ্য নেতা নামধাৰী কিছুমান লোকে যেনেতেনে প্ৰকাৰে জনসাধাৰণৰ চিত্ত আকৰ্ষণ কৰি চলাবলগীয়াত পৰিল। তেনে অৱস্থাত তেওঁবিলাকে একো একো অনুষ্ঠানৰ ঘাই উদ্দেশ্যটো একেবাৰে পাহৰি নগলেও তাৰপৰা বহুত দূৰ আঁতৰ হৈ নিজৰ নেতৃত্বকে সাৰোগত কৰি কাৰ্যপদ্ধতিৰ মাজেদি মানুহক আকৃষ্ট কৰি ৰাখিবৰ এটা বাহ্যিক উদ্যম দেখুৱাই সেইবিলাক অনুষ্ঠান কাকতে-পত্ৰে মাথোন জীয়াই ৰাখিবলৈ শিকিলে। এইটো ভুল বাট বুলি আমি ডাঠি কওঁ।

দেশত জনসাধাৰণৰ মাজত এতিয়া কেৱল ৰাজনৈতিক আন্দোলন এটা ভালৰূপে চলিব পাৰিছে। কিন্তু তাৰ ভিতৰত নীতি আৰু পদ্ধতি লৈ ৰাজহুৱা অনুষ্ঠানবিলাক গঢ়ি তুলিব লাগিব, সেই কথা জনসাধাৰণৰ বোধগম্য হ'বলৈ আৰু কিছুমান ৰাজনৈতিক আন্দোলনৰ মাজেদি প্ৰকৃত শিক্ষাৰ দৰকাৰ হ'ব। এতিয়া সেই আহুকলীয়া কাম বিশেষ যত্নেৰে সফল কৰিবলৈ চেষ্টা নকৰি নেতাসকলে যদি ঘাই সোঁতত গা ঢালি দি উঠি গৈ থাকে তাৰপৰা একোটা অনুষ্ঠান পাৰঘাটো উঠিবপৰা কোনো কোনো ক্ষেত্ৰত সম্ভৱ নহ'ব। আমাৰ এই সমালোচনাখিনি অলপতে কংগ্ৰেছ ৱৰ্কিং কমিটিৰ প্ৰস্তাৱ এটাৰ উল্লেখ কৰি আৰু এবাৰ দৃষ্টান্তস্বৰূপ বুজাবৰ চেষ্টা কৰিম। সেই প্ৰস্তাৱত আদেশ দিয়া হৈছে যে যিবিলাক প্ৰদেশত কংগ্ৰেছ দল সংখ্যা-গৰিষ্ঠ তাত ব্যৱস্থা পৰিষদৰ সদস্যসকলে অস্থায়ী মন্ত্ৰীসভাৰ কোনো মন্ত্ৰীৰ লগত দেখা-সাক্ষাৎ কৰিব নোৱাৰে বা কোনোৰকম কথা-বতৰা পাতিব নোৱাৰে। আৰু যিবিলাক প্ৰদেশত কংগ্ৰেছ দলৰ সদস্য সংখ্যা-লঘিষ্ঠ, সেইবিলাক প্ৰদেশত মন্ত্ৰীসকলৰ লগত কোনো বিষয়ে আলোচনা কৰিব লগা হ'লে পৰিষদৰ কংগ্ৰেছ পাৰ্টিৰ লীডাৰজনৰ অনুমতি ল'ব লাগিব।

এতিয়া এই আদেশ মতে ৰায়ত সভাৰ কাৰ্যকাৰকসকল সময়ত যে এটা বিসদৃশ অৱস্থাত পৰিব পাৰে, সেই কথা একো অসম্ভৱ হ'ব নোৱাৰে। যি কাৰণতেই নহওক, যি উদ্দেশ্যই হওক, ৰায়ত সভাৰ কাৰ্যনিৰ্বাহক সমিতি-বিলাকৰ প্ৰধান কাৰ্যকাৰকসকল বৰ্তমান সময়ত কংগ্ৰেছ দলৰ লোক। প্ৰধান সম্পাদকজন নিজে কংগ্ৰেছ মনোনীত ব্যৱস্থাপক সভাৰ সভ্য। এই ৰায়ত সভাবিলাকে আজ কেইবছৰ ধৰি এটা প্ৰস্তাৱ কোনো অধিবেশনতে বাদ দিয়া নাই। সেই প্ৰস্তাৱ হৈছে, "এই সভাই টানি কয় যে গৱৰ্ণমেণ্টে টকাত আঠ অনা খাজনা মাফ দিয়ক।" ধৰক, এতিয়া এই বিষয়ে ৰাজহ আৰু মাটিৰ খাজনাৰ লগত সংশ্ৰৱ থকা মন্ত্ৰীসকলৰ লগত দেখা-সাক্ষাৎ কৰি সেই বিষয়ে ভালকৈ টানি ধৰিবলৈ ৰায়তসকলে প্ৰকৃততে আন্তৰিকভাৱে বিচাৰে। ধৰক, সিদিনা প্ৰধান মন্ত্ৰীয়ে যে কাছাৰত কৃষিঋণ তোলা সম্প্ৰতি স্থগিত ৰাখিবলৈ হুকুম দিছে, সেইদৰে অসম উপত্যকাতো ব্যৱস্থা হ'ব লাগে বুলি যদি তেওঁক ততালিকে ধৰিবলৈ ৰায়তসকলে ৰায়ত সভাৰপৰা ডেপুটেশ্যন এটা যোৱা আশা কৰে, তেন্তে ৰায়ত সভাৰ কংগ্ৰেছপন্থী প্ৰধান



সম্পাদকে এতিয়া কি কৰিব লাগিব? ৰায়ত সভাৰ উদ্দেশ্যৰ ভিতৰত থকা কাম এটা কৰিবলৈকো কংগ্ৰেছ পাৰ্টিৰ ব্যৱস্থাপক সভাৰ লীডাৰ বা নেতাজনৰ অনুমতি লৈহে পাৰিব। এটা অনুষ্ঠানে যদি নিজৰ স্বাৰ্থ থকা কামত আন অনুষ্ঠানৰ নেতা এজনৰ অনুমতি লৈহে কাম কৰিব পাৰিব তেন্তে সেই নীতি কেতিয়াও সমৰ্থন কৰিব নোৱাৰি। তেনে নীতি শুদ্ধ মনে কাম কৰাৰ সহায়ক হ'ব নোৱাৰে। ৰায়তসভাই এনেদৰে নিজৰ ঘাই স্বাৰ্থৰ কথা একোটা লৈ কংগ্ৰেছ পাৰ্টিৰ ব্যৱস্থাপক সভাৰ সদস্য এজনৰ মুখলৈ চাই অনুগ্ৰহ পোৱাৰ আশাৰে থাকিব লাগিব কিয়? এই কাম হেতা-ওপৰা বিধৰ নহয়নে?

আৰু এটা দৃষ্টান্ত দিয়া যাওক। যোৰহাটৰ পানীৰ ব্যৱস্থা কিদৰে হোৱা উচিত এই কথালৈ আজি কেইবছৰে চাৰিওফালে হাহাকাৰ শব্দ উঠিছে। ধৰি লওক, এতিয়া আগন্তুক মিউনিচিপেল নিৰ্বাচনত কংগ্ৰেছ দলৰ শ্ৰীযুত কুলধৰ চলিহা, শ্ৰীযুত গুণগোবিন্দ দত্ত, শ্ৰীযুত দেৱেশ্বৰ শৰ্মা, এখেতসকল নিৰ্বাচিত হ'ল। যেতিয়া এই বিষয়ে ভাৰপ্ৰাপ্ত মন্ত্ৰীজন যোৰহাটলৈ আহিব তেতিয়া এনে এটা যোৰহাটবাসীৰ পক্ষে আৱশ্যকীয় বিষয়ত এটা ডেপুটেশ্যন যাব লগা হ'লে তেওঁলোকে গুৱাহাটীত থকা ব্যৱস্থাপক সভাৰ কংগ্ৰেছ পাৰ্টিৰ লীডাৰজনৰ অনুমতি ল'ব লাগিব কিয়? যোৰহাটৰ মানুহৰ এনে এটা দুৰৱস্থা হয়তো কংগ্ৰেছৰ লীডাৰজনে গুৱাহাটীত থাকি প্ৰকৃততে হৃদয়ঙ্গম কৰি নুঠিবও পাৰে। তদুপৰি, যোৰহাটৰ কৰদাতাসকলে নিজৰ প্ৰতিনিধিক ডেপুটেশ্যনলৈ পঠিয়াবলৈ লোকৰ ওপৰত নিৰ্ভৰ কৰিবৰ কি দৰকাৰ পৰিছে?

এইকাৰণেই আমি সদায় এই অপ্ৰিয় সত্য কৈ আহিছোঁ যে বৰ্তমান সময়ত আমাৰ সকলোবিলাক অনুষ্ঠানত হেতা-ওপৰা কৰি প্ৰত্যেক অনুষ্ঠানকেই দুৰ্বল কৰিহে পেলোৱা হৈছে। সকলো অনুষ্ঠানৰ মূল উদ্দেশ্য একোটালৈ লক্ষ্য ৰাখিহে বিধি বিধানৰ ব্যৱস্থা হ'ব পাৰে। এটা অনুষ্ঠানৰ পক্ষে যি ব্যৱস্থা আন এটাৰ পক্ষে সেই একে ব্যৱস্থা হ'ব নোৱাৰে। এই কথাই দুয়োটা অনুষ্ঠানৰ ভিতৰতে কোনোৰকম প্ৰতিদ্বন্দ্বিতাৰ ভাব আছে বুলি নুবুজায়। কেৱল উদ্দেশ্যৰ প্ৰভেদ থকাত কাৰ্যপদ্ধতিৰো প্ৰভেদ থাকিব লাগিব। এই কথাকেই স্পষ্টভাৱে প্ৰমাণ কৰিছে।

আমাৰ দেশৰ এতিয়া ৰাজহুৱা অনুষ্ঠানবিলাক কেৱল কাউন্সিল, লোকেল-ব'র্ড, মিউনিচিপেল ব'ৰ্ড আদিৰ নিৰ্বাচনৰ ক্ষেত্ৰ বিশেষ বুলিয়েই নধৰি তাৰ প্ৰকৃত স্বকীয়া স্বকীয়া উদ্দেশ্যমতে কাৰ্যপদ্ধতিও গ্ৰহণ কৰা উচিত।

[ ১ জেঠ, ১৮৫৯ ॥ ১৫ মেই, ১৯৩৯ ]

## অসম-বিশ্ববিদ্যালয়-দিন

অসমত বিশ্ববিদ্যালয় লাগে বোলা মাত্ৰকে ছিলটৰ কিছুমান মতলবী লোকে সভা-সমিতি পাতি বিপক্ষে থিয় হলেই। তেওঁলোকে আন্দোলন কৰিব পাৰে বাবেই এই দুৰ্দিনতো ৩০।৪০ লাখ টকা ধাৰ কৰিও তেওঁলোকক সুবিধা কৰি শ্বিলং-ছিলট ৰোড গৱৰ্ণমেণ্টে কৰি দিলে। এতিয়া আকৌ ২০।২৫ লাখ টকা খৰচ কৰি সুৰমা নৈত হেনো দলং দিয়া হ'ব। ভাবি চাওকচোন, বছৰি ১২।১৩ লাখ টকা শাসন-ব্যয় বহল কৰিবলৈকে অসম উপত্যকাৰ ৰাজহ হজম কৰা ছিলেটে ৫০।৬০ মাইল এটা বাট আৰু এখন দলঙৰ বাবে আকৌ ৭০।৭৫ লাখ পালে। সুৰমা উপত্যকাই যে এনেবিলাক কামত ব্যয় কৰিব নেপায় বা অধিকাৰ নাই, আমি সেই কথা ক'ব খোজা নাই। কিন্তু তেওঁলোকৰ অদ্ভুত মানসিক গতি দেখিহে আমি আচৰিত হওঁ। অসমীয়া জাতিটোক পদে পদে বাধা দি উদগতি কৰিবলৈ নিদি তেওঁলোকে মনত সুখ পোৱাটো কিমান উচ্চমনৰ পৰিচয় তেওঁলোকেই ভাবি চাওক। ইফালে তেওঁলোকৰ প্ৰতিনিধি মেম্বৰসকলেও অসম বিশ্ববিদ্যালয় লাগে বুলিয়েই মত দিছে। এতিয়া তেওঁলোককো উপেক্ষা কৰি বাহিৰত দুই-চাৰিজনে হৈ চৈ কৰি বুজাবলৈ চেষ্টা কৰিছে যে অসম বিশ্ববিদ্যালয় দিলে অসম দেশখন যেন ৰসাতললৈহে যাব। ইপিনে অমৃতবজাৰ পত্ৰিকা, শ্বিলং মেইল আদি কাকত আছেই, যাৰ আঁৰত থাকি কাঁড় মাৰিব পৰা ডাঙৰ ধনুৰ্দ্ধৰ লোকো আছে। ৰেলে-জাহাজে আফালি ফুৰা যুগত বাৰে বঙলুৱা লোক আহি এখন প্ৰদেশত 'খোকা-খুকী' সমন্বিতে সোমালেই যে অসমীয়াৰ খোকাত থকা পুথি-খলিহা পৰ্যন্ত "এটা আমাদেৰই খোকা" বুলি



বাকৰ পেটত পেলোৱা দৰে টপটপকৈ গিলিবৰ স্বত্ব আছে এনে কথা হ'ব নোৱাৰে। অসমত বিশ্ববিদ্যালয় দিলে হেনো অসমত থকা বঙালীসকলৰ কাল্চৰ লোপ পাব। তেন্তে, ঠিক সেই যুক্তি দি কবলৈ গ'লে অসমত বিশ্ববিদ্যালয় নিদিলে একালত বঙালী কৈ ভাষা-সাহিত্য শিকোৱা অসমীয়া জাতিৰ কাল্চৰ বা স্বকীয়া সভ্যতা লোপ নেপাবনে? আৰু বৰ্তমানত তেওঁলোকৰ মৰকামোৰলৈ চাই, এইদৰে তেওঁলোকক অসমত সভ্যতাৰো স্বকীয়া চিৰস্থায়ী বন্দৱস্ত কৰিবলৈ এৰি দিলে অসমীয়াৰ কীৰ্তন দশমৰ থাপনাৰ ভেঁটিটোও শেহত নোৰোৱা হ'বগৈ। আজি অসমীয়া জাতিৰ আত্মসম্মান বোধ আছে যদি, আজি স্বকীয়া প্ৰাদেশিক স্বায়ত্ব শাসনৰ কোনো অৰ্থ আছে যদি, আজি ছাইমন কমিছনে কোৱা দৰে ভাষাৰ ভেঁটিৰ ওপৰত প্ৰাদেশিক সীমা নিৰ্দ্ধাৰিত হ'ব লাগে যদি, আজি ছাৰ বীটচন বেলৰ কথা এবাৰ জোৰা দি বেলেগ ভাবে সিদিনা ছিলটৰ লোকে বুজাবলৈ চেষ্টা কৰিছে, সেইজন অসমৰ ভূতপূৰ্ব গৱৰ্ণৰে কোৱা 'অসমীয়া জাতিৰ সভ্যতা স্বকীয়া, অসমত এটা বিশ্ববিদ্যালয় কিয় দুই উপত্যকাত দুটাও লাগিব পাৰে', বোলাৰ অৰ্থ আছে যদি, অসম গৱৰ্ণমেণ্টে এতিয়াও অসমত বিশ্ববিদ্যালয় লাগে বোলা কথাৰ মূল্য আছে যদি,—কলিকতা বিশ্ববিদ্যালয়ৰ ভাইচ-চেঞ্চেলৰ কাম কৰি অহা আৰু অন্যান্য নিৰপেক্ষ উচ্চমনা আনকি সম্মানৰ চকুৰে চাই নিজ জাতিৰ সম্মান বঢ়াবলৈ বিচৰা, বঙ্গৰ সুসন্তানসকলেও যদি বৰ্তমান পৰিৱৰ্তনৰ যুগত অসমতো স্বকীয়া বিশ্ববিদ্যালয় লাগে বুলি সৰলভাৱে স্বীকাৰ কৰা কথাৰ মূল্য বেছি, তেন্তে আজি অসমত বিশ্ববিদ্যালয় যে আমাক লাগে এই কথাৰ নিদৰ্শন স্বৰূপ কলিকতা-প্ৰবাসী অসমীয়া ছাত্ৰসকলে গোহাৰি জনোৱা মতে অহা ২২ মে বুধবাৰে অসম-বিশ্ববিদ্যালয়-দিন অসমৰ গাঁৱে-ভূঞে, নগৰে-চহৰে, স্কুল-কলেজ পঢ়াশালি সকলোতে যেন পালন কৰি জাতীয় আত্মসম্মানবোধ অক্ষুণ্ণ ৰাখে। আমি তৰুণ সম্প্ৰদায়ে এই কাম হাতত লোৱাত তেওঁলোকক আন্তৰিক শ্ৰদ্ধা আৰু ধন্যবাদ জনাইছোঁ। সিদিনা মহামান্য সম্ৰাটে জুবিলী উৎসৱত তৰুণলৈ কি বাণী দিছে অসমৰ তৰুণ সম্প্ৰদায়ে এবাৰ টলকি চোৱাহঁক। দেশৰ ভৱিষ্যত আশাৰ স্থল তৰুণসকলেই। এই সময়ত গুৱাহাটী কলেজৰ ছাত্ৰসকল আৰু অন্যান্য ছাত্ৰসকলক আমি বিশেষ অনুৰোধ কৰিব খোজোঁ, তেওঁলোকে যেন

সেই দিনটো এটা জাতীয় দিন বুলি আন্তৰিক ভাবে গ্ৰহণ কৰি পালন কৰে। সদৌ অসম ছাত্ৰ সম্মিলনৰ জৰিয়তেও যেন তেওঁলোকে সেইদিন যথাযথ ভাৱে পালন কৰিবলৈ দিহা কৰে। এইখিনিতে আমি আমাৰ সুযোগ্য বন্ধু মৌলৱী আনোৱাৰ আলি চাহেবক খাটো। তেওঁ যেন কৰ্তব্য-পথত বিভীষিকা দেখি অলপো বিচলিত নহয়। অসম বিশ্ববিদ্যালয় আইন-খন প্ৰণয়ন কৰা কামত তেওঁ কৃতকাৰ্য হ'লে তেওঁ নিজ ঠাইৰ স্বাৰ্থপৰ দুই চাৰিজনৰ অপ্ৰিয়ভাজন হ'লেও গোটেই অসমৰ সন্মান লাভ কৰিব। ছিল্‌হেট জিলাখন যিদিনা বঙ্গদেশত ভুক্ত হ'ব আৰু সি হ'ব লাগিব যে ই ধ্ৰুব সত্য, সেইদিনাও মৌলৱী চাহাব অসমীয়াৰ বুকুৰ মাজত থাকিব। যি সকল ছিল্‌হেটৰ মেম্বৰে অসম বিশ্ববিদ্যালয় লাগে বুলি সমৰ্থন কৰিলে তেওঁলোকো আমাৰ ধন্যবাদৰ পাত্ৰ। এতিয়া তেওঁলোকেও যেনে ক্ষুদ্ৰ স্বাৰ্থপৰতালৈ নেচাই দায়িত্বপূৰ্ণ ঠাইৰপৰা উদাৰভাবে বিচাৰ কৰি অসমত বিশ্ববিদ্যালয় স্থাপন কৰা কীৰ্তিস্তম্ভ ৰাখি যায়। অসমীয়া মেম্বৰসকলক আমি ক'বলগীয়া একো নাই। তেওঁলোকক এই বিষয়ে খাটিবলৈ যোৱা মানেই তেওঁলোকৰ স্বদেশ-প্ৰেমত হাত দিয়া হ'ব। আমি সন্তোষ পাইছোঁ যে ৰায়বাহাদুৰ শ্ৰীযুত নীলাম্বৰ দত্ত ডাঙৰীয়ায়ো এই বিষয়ে লাগতিয়াল প্ৰস্তাৱ দিছে। আমি আশা কৰোঁ সকলো ৰকম ক্ষুদ্ৰ ভাব পৰিত্যাগ কৰি দুই উপত্যকাৰ মেম্বৰসকলে অসম বিশ্ববিদ্যালয় আৰু হাইকোৰ্টৰ বিষয়ে কাউন্সিলত একমত হৈ চৰভেনছন কমিটীৰ আগত অসম গৱৰ্ণমেণ্টেও মাতিবলৈ চল পোৱাকৈ কাম কৰে যেন।

অসমৰ গাঁৱে-ভূঁয়ে অসম বিশ্ববিদ্যালয় দিন পালন—উত্তৰ লক্ষীমপুৰ, নাজিৰা, যোৰহাট, কৈঠালকুছি, বজালী, ডুমডুমা, বৰপেটা, কামপুৰ।

অসম বিশ্ববিদ্যালয়ৰ ধ্বনিয়ে পৰ্বতৰ টিঙে টিঙে শিঙা বজাইছে। অসম বিশ্ববিদ্যালয়ৰ ঢউৱে লুইতৰ পাৰ আফালিছে।

এই বিষয়ে অসমীয়া জাতি আজি এক ধ্যান, এক প্ৰাণ।

[ ২৮ ব'হাগ, ১৮৫৭ ॥ ১১ মেই, ১৯৩৫ ]

## শঙ্কৰদেৱ মিশ্যন

আজি বঙ্গদেশৰ ৰামকৃষ্ণ মিশ্যন যিদৰে দেশ সেৱাৰ কাম কৰি বঙ্গদেশৰ বাহিৰেও ৰামকৃষ্ণ বিবেকানন্দৰ প্ৰতিভা জাগ্ৰত কৰি ৰাখিছে, তেওঁলোকে প্ৰকৃততে যিবিলাক প্ৰশংসীয় লোক-সেৱাৰ কাৰ্যৰ মাজেদি অদ্বিতীয় সাধক পৰমহংসদেৱৰ ধৰ্মপ্ৰাণ সঞ্জীৱিত কৰি ৰাখিছে, আজি অসমীয়া সমাজেও শঙ্কৰ-মাধৱ প্ৰতিভা সেইদৰে শঙ্কৰদেৱ মিশ্যন এটা কাৰ্যকৰী পন্থা অৱলম্বন কৰি স্থাপন কৰিলে আকৌ পোহৰ কৰি তুলিব পাৰে। দেশত আজি সেৱা ধৰ্ম পালন কৰিবৰ দিন আহিছে আজি অসমীয়া সমাজত লোক-হিতকৰ কাম কৰিবলৈ ইমানবিলাক পন্থা ওলাইছে যে তাৰ আগত ঘৰত হাত সাৰটি বহি জপ তপ কৰিবৰ দিন গৈছে। এতিয়া সেই একে নামধৰ্মই সেৱাধৰ্মত পৰিণত হ'ব লাগিব। তাৰ ভিতৰত দেশত বানপানী উপদ্ৰৱ আৰু অন্যান্য আতুৰত তৰোৱা কামত এটা দল তৈয়াৰ কৰিব পাৰি। আন এটা দলে দাঁতি কাষৰীয়া পৰ্বতীয়া ভাইসকলৰ মাজত মহাপুৰুষে নিজৰ জীৱন কালতেই দেখুৱাই দিয়া আচাৰ-নীতি শিক্ষা দিয়া আৰু অসমীয়া ভাষাৰ জৰিয়তে শিক্ষা দি তেওঁলোকৰ প্ৰাণতো অসমীয়া ভাষা-সাহিত্যৰ সোৱাদ দিবলৈ চেষ্টা কৰিব পাৰে। আমি এইখিনিতে স্পষ্টভাৱে কৈ থওঁ— এই কামত ধৰ্মগত গোড়ামিৰ কোনোৰকম কাম আমি হাতত লবলৈ কোৱা নাই। কিন্তু, যেই-সেই ধৰ্মৰ যিটো ঘাই ধৰ্মই মানুহক মানুহ কৰি তোলে তাৰহে সূচনা আমি এই মিশ্যনৰ জৰিয়তে হ'ব লাগে বুলি ভাবিছোঁ। শঙ্কৰ-প্ৰতিভা ইয়াৰ নিমিত্তে বলবৎ হ'ব বুলি আমাৰ বিশ্বাস।

[ ৩১ শাওন, ১৮৫৭ ॥ ১৬ আগষ্ট, ১৯৩৫ ]

## শঙ্কৰ-প্ৰতিভা

এই পুণ্য দিনত মহাপুৰুষ শঙ্কৰ গুৰুৰ তিথি মহোৎসৱৰ দিনা অসমীয়া জাতিয়ে এবাৰ শঙ্কৰ-প্ৰতিভাৰ কথা ভাবি নিজে দীপ্তিমান হৈ উঠক। আজি ভোৰতালৰ মুখত চাপৰিৰ জাউৰিত, ভকতৰ সুললিত কণ্ঠধ্বনিত অসম

আকাশ মুখৰিত হৈ উঠিছে। চাই পঠিওৱাঁ, আজি বটদ্ৰৱাইদি আকাশী গঙ্গা দ্ৰৱ হৈ শঙ্কৰ-প্ৰতিভাৰ মৌজোল বোৱাই আনি মৃতপ্ৰায় অসমীয়া জাতিৰ মুখত কিদৰে সঞ্জীৱনী সুধা হৈ প্ৰাণ-সঞ্চাৰ কৰাইছে। এই ঢলৰ আগত কোনোৰকম মলিয়ন তিষ্ঠিব নোৱাৰিব। ইয়াৰ পলসত অসমীয়া জাতি আকৌ সাৰুৱা হৈ উঠক। ভাই অসমীয়া, ডগ্‌মগ্‌ শঙ্কৰ-প্ৰতিভা চকুৰ আগত। অন্ধ বিশ্বাসৰ হাতত ধৰি বাট বুলি খালত নপৰিবা। আমি সকলোৱে মিলি সেই সৰ্বগুণাকৰ, মহাগুৰুৰ চৰণত আজি শত কোটিবাৰ প্ৰণাম কৰোঁ। বনৰ পহুৱেও আজি কাণ পাতি শঙ্কৰ গুৰুৰ পৱিত্ৰ নাম উচ্চাৰিত হোৱা শুনিছে। ভাই অসমীয়া, শঙ্কৰদেৱৰ মিশ্যন তোমাৰ আজি স্মৰণ কৰিবৰ দিন নহয় নে? কোনে যেন কয়, নিশ্চয় হয়।

[ ১৩ ভাদ, ১৮৫৭ ॥ ৩০ আগষ্ট, ১৯৩৫ ]

## অসমীয়া তেজপুৰত বঙালী হাইস্কুল

যি সময়ত কলিকতা বিশ্ববিদ্যালয়ে বঙলা ভাষাৰ জৰিয়তে বঙ্গদেশত শিক্ষা দিবলৈ কাৰবাৰ কৰিছে সেই সময়ত অসম জননীৰ কোলাত বহি বঙালীসকলে বঙলা মাত মাতি অসম জননীক মাহীমাক বুলি ভাবিবলৈ কাৰবাৰ কৰিছে। স্থানান্তৰত প্ৰকাশিত তেজপুৰৰ টেলিগ্ৰামত প্ৰকাশ যে তেজপুৰ প্ৰবাসী বঙালীসকলে এটা বঙালী হাইস্কুল খুলিবৰ কাৰবাৰ কৰি আমাৰ শিক্ষা বিভাগৰ গুৰিয়াল ডাইৰেক্টৰ চাহাবৰ আশ্ৰয় বিচাৰিছে। এই উদ্দেশ্যে তেওঁলোকে হেনো ছেটেলমেণ্ট অফিচৰ ঘৰবিলাক বিচাৰিছে আৰু পাবৰো আশা আছে। এই ঘৰ শিক্ষা বিভাগে পূৰ্বেই মিউনিছিপেলিটিক ছোৱালী স্কুললৈ দি থৈছে। এতিয়া সেই ঘৰ আকৌ বঙালী হাইস্কুলৰ নিমিত্তে দিয়া হ'ব কিদৰে আমি বুজিব পৰা নাই। এই কামত অসমীয়া জাতিৰ অন্যতম ধৰণী ৰায়বাহাদুৰ আনন্দচন্দ্ৰ আগৰৱালা ডাঙৰীয়াৰ সমৰ্থন আছে বুলি প্ৰকাশ; এই কথা সঁচা-মিছা তেখেতৰপৰা জানিবলৈ আমি বাট চাই ৰ'লোঁ।

কথা হৈছে অসমীয়া শোণিতপুৰৰ শোণিত বিকৃত কৰিব পৰা বাবে



বঙলুৱা স্কুল পাতি অসম গৱৰ্ণমেণ্টৰ সহায়ত এমুঠি পেট পোহা লোকে অসমত আন প্ৰকাৰৰ কোনো জাতীয় স্বাৰ্থ নথকা, বৰং জাতীয় স্বাৰ্থৰ বিপক্ষে যোৱা—কোন যুক্তি আৰু বিচাৰৰ বলত এটা স্বকীয়া হাইস্কুল পাব পাৰে? কোন দেশত গৱৰ্ণমেণ্টৰ খৰছত বা সহায়ত ডমিচাইল্ড নাম পোৱা জাতিয়েও সেই ঠাইৰ মাতৃভাষা এৰি নিজৰ ( country of origin ) পূৰ্বৰ অহা ঠাইৰ ভাষা লৈ স্বকীয়া একোটা শিক্ষালয় পাইছে? আজি লণ্ডনত কেইটা স্বকীয়া স্কটিছ বা ওৱেলছ বা আইৰিছ ভাষাৰে চলোৱা শিক্ষালয় আছে?

আজি টকাৰ অভাৱত প্ৰত্যেক জিলাতে অন্য কি কলীয়া আখৰেৰে চিনাকি হোৱা প্ৰাইমেৰী স্কুলৰো সংখ্যা কমোৱাহে হৈছে। ছেটেলমেণ্ট অফিচৰ ঘৰবিলাক অসমীয়া ৰায়তে সোধোৱা খাজনাৰ ধনেৰে তৈয়াৰ কৰি চাকৰি ব্যৱসায় কৰি টাউনত গা ঘেলোৱা ধন চোচা প্ৰৱসুৱা বঙালী-সকলৰ ল'ৰাই পঢ়িবলৈ এতিয়া অসমীয়া ছোৱালীসকলে আজৰাই দিবলগীয়া হোৱাটো সজ বিবেচনাৰ কাম হ'বনে? আজি টকাৰ অভাৱত শিক্ষা-বিভাগে চলি থকা স্কুলবিলাকৰ দহোপিনে ব্যয় কমাই অনা নাইনে? এই সময়ত অসমীয়াৰ বৰঘৰত এনেকৈ ডুটা চৰু জুৰিবলৈ দিয়াটো ৰাহি কৰিব খোজা গৱৰ্ণমেণ্টৰ কাম হ'বনে?

আমি এই কথা বেচ বুজি উঠিছো যে এসময়ত অসমীয়া ভাষাৰ টেক্সট বুক চলাবৰ সময়ত এচাম বঙালীয়ে যি মৰকামোৰ মাৰিছিল, অসমত বিশ্ব-বিদ্যালয় স্থাপনৰ পূৰ্বতে তেনে এটা মৰকামোৰ মাৰি চাবই। কিন্তু তেওঁলোকে জনা উচিত, সেই বেজবৰুৱা ডাঙৰীয়া আজিও অসম জননীৰ কোলাত থমথমকৈ বহি আছে। তেতিয়া তেওঁ যিদৰে চুঙা চাই সোপা দিলে এতিয়াও যে সেয়ে হ'ব সেই বিষয়ে আমাৰ সন্দেহ নাই। তদুপৰি আজি অসমীয়া জাতিয়ে এটা কথা ভালকৈ হৃদয়ঙ্গম কৰিছে যে ৰামানন্দ পন্থীসকলে "cultural conquest of Assam" অৰ্থাৎ তেওঁলোকৰ সভ্যতাৰ মাজেদি অসম জয় কৰিবলৈ যিদৰে তলে তলে কাৰবাৰ কৰিছে তাৰ আগত সম্মুখ সংগ্ৰাম দিয়াই শ্ৰেয়।

আমি সেই বঙালী হাইস্কুলৰ বিষয়ে সম্প্ৰতি যি শুনিলোঁ সেয়ে যদি সঁচা, তেতিয়া আমাৰ ক'বলগীয়া কি তাকেহে ক'লোঁ। কিন্তু আমি এতিয়াও

আশা কৰিলোঁ, এই কথা মিছা হ'ব। এই অৰ্থ-অনাটনৰ দিনত কেই-জনমান ধনী ক্ষমতাপন্ন নগৰত থাকি কাৰবাৰ আৰু চাকৰি কৰি খোৱা বঙালীৰ ল'ৰাৰ শিক্ষাৰ নিমিত্তে অসমীয়া ৰায়তে মূৰৰ ঘাম ভৰিত পেলাই খাটি সোধোৱা ৰাজহৰ ধনেৰে এনেবিলাক স্কুলে কেতিয়াও কোনোৰকম সহায় পোৱা উচিত নহ'ব। আমি বতৰৰ কথা বতৰতে কৰ্তৃপক্ষ আৰু দেশবাসীক কৈ থ'লোঁ। কাউন্সিলৰ মেম্বৰসকলে অহা কাউন্সিলত এই বিষয়ে খচি আলোচনা কৰে যেন।

[ ১৩ ভাদ, ১৮৫৭ ॥ ৩০ আগষ্ট, ১৯৩৫ ]

## ভাষাৰ ভেটিত প্ৰাদেশিক গৱৰ্ণমেণ্ট

ছাইমন কমিছন বহোঁতে প্ৰাদেশিক সীমা "on linguistic basis" অৰ্থাৎ ভাষাৰ ভেটিৰ ওপৰত থিৰ কৰিবলৈ স্থিৰ কৰে। নতুন বিহাৰ আৰু উৰিষ্যা প্ৰদেশ সৃষ্টিৰো ঘাই কাৰণ ভাষা। এই সূত্ৰ ধৰি সেই সময়তে অসমেও ছিল্হট জিলাখন ঠাইতে আঁতৰাই লবলৈ টান নহলহেঁতেন, যদি আমাৰ ভিতৰত স্পষ্ট ভাষাৰে নিঃসঙ্কোচে সেই কথা বুকু ডাঠকৈ ক'বপৰা লোক সেই সময়ত ওলালহেঁতেন। তেতিয়া আমাৰ টোপনিয়াওঁতেই গ'ল। এতিয়া কুম্ভকৰ্ণৰ নিদ্ৰা ভাগিলেও চকুৰ আগৰ কিবাখনহে দেখিবলৈ পাইছে। সুৰমা উপত্যকাত বঙ্গলাভাষা, অসম উপত্যকাত অসমীয়া ভাষা হোৱাত এই দুই উপত্যকা মিলি একেখন গৱৰ্ণমেণ্ট কৰাৰ আপত্তিৰ আজি ৬০ বছৰেও শেষ নহল। তেনেস্থলত ছাইমন কমিছনৰ মত উপেক্ষা কৰি অসমীয়া ভাষা, সাহিত্য, সংস্কৃতি, সভ্যতাক কাহিল কৰি অসমৰ বুকুতে স্বকীয়া এখন বঙ্গদেশ সৃষ্টি কৰি ৰামানন্দ পন্থীসকলৰ সভ্যতাৰ মাজেদি অসম বিজয় কামনা পুৰাবলৈ অসম গৱৰ্ণমেণ্টৰ শিক্ষা বিভাগে অসমীয়া তেজপুৰত বঙালী হাইস্কুল পতা কামত প্ৰকাৰান্তৰে হলেও সহায় কৰিবলৈ গ'লে অন্যায় হ'ব।

এই বিষয়ে "অসমীয়া" কাকতৰ সম্পাদকীয় স্তম্ভত আমি দেখিলোঁ যে এই কথাৰ প্ৰতিবাদ কৰোঁতে সম্পাদক ডাঙৰীয়াই কেৱল recognition-



অৰ বাহিৰে আমাৰ শিক্ষা বিভাগে যাতে আন কোনো প্ৰকাৰ সাহায্য নিদিয়ে সেই কথা কৈছে। আমি হ'লে recognition মঞ্জুৰী কৰা কথাতো আপত্তি কৰোঁ। নীতি হিচাপে অসম উপত্যকাত, নতুন সংস্কাৰৰ পলিচী হিচাপেও অসম উপত্যকাত বঙালী হাইস্কুল হ'ব নোৱাৰে। আমি এই কামত খৰছ বহন কোনে কৰিব সেই প্ৰশ্নলৈ যাবই নোখোজোঁ। আজি অসমীয়া জাতিয়ে এটা দুৰ্বহ বিজাতীয় অনুষ্ঠানৰ মাজেদি প্ৰায় শতাব্দী কাল বঙালী কেৰাণী মহলেই অনা বঙলা ভাষাই যি উৎপীড়ন কৰি আহিছিল তাৰ পুনৰ অভিনয় হবলৈ এৰি দিব নোৱাৰে। অসম উপত্যকাত যে বঙালী হাইস্কুল হ'ব নোৱাৰে তেহেলৈ খৰছ যেয়ে বহন কৰক এই নীতিহে আমি সমৰ্থন কৰিছোঁ। এই নীতি নতুন সংস্কাৰৰ প্ৰাদেশিক সীমা পৰিৱৰ্তন কামে সমৰ্থন কৰিছে। এই নীতিৰ বলত মাত্ৰ এখন জিলা ছিল্হট অসমৰ লগত জাপি দিয়া হ'লেও আজি ৬০ বছৰে তেওঁলোকে অসমীয়া ভাষা গ্ৰহণ কৰা নাই। অন্যায় ভাবে বঙালীসকলে নানা উপায়ে গুৱালপাৰা জিলাখনত বঙলা ভাষা প্ৰচলন কৰি আজি অসমীয়া জাতিৰ কিমান দূৰ অপকাৰ কৰিছে সেই কথা গৱৰ্ণমেণ্টৰ জানিবলৈ বাকী আছেনে ? আজি আকৌ যেতিয়া সকলো প্ৰদেশে নিজৰ স্বকীয়া অস্তিত্ব ৰক্ষা কৰি প্ৰাদেশিক স্বায়ত্ত শাসন পাবলৈ ইচ্ছা কৰিছে—নতুন সংস্কাৰেও তাৰে প্ৰতিশ্ৰুতি দিছে, সেই সময়ত আমাৰ নাভি ঠাইত কুমটি খোচৰা দিবলৈ তেনে হাইস্কুল এটা পতা কামত অসমৰ শিক্ষা বিভাগে সহায় কৰা উচিত হবনে ?

বতাহ কেনি বলিছে এই কথাই প্ৰমাণ দিছে। আজি আমাৰ নেতা-সকল নিজৰ ভিতৰত কোন দলে কোন দলক বেয়া বুলি প্ৰমাণ কৰিব পাৰিব সেই কথাতে ব্যস্ত আছে। কোনটো আন্দোলন কোন দলৰ লোকে আগেয়ে হাতত ল'লে তাৰ মীমাংসা কৰোঁতেই ইফালে ফেচু ৰজাহৈ বহি আছে। আনকি বানপানীত উটি-বুৰি পোৱা কেঁচুৱা এটাকো কোন দলৰ লোকে আগধৰি তুলিলে, সেই কথাহে আগ। এনে অৱস্থাৰ মাজত তৰুণ অসমে নিজৰ পন্থা নিজে বৈধ উপায়ে বাছি উলিয়াওক। আজি অসমীয়াৰ অসমত বঙালী ভাষা, সাহিত্যৰ প্ৰভাৱ আৰু পৰিবলৈ দিব নোৱাৰি বুলি তেওঁ কৃত-সঙ্কল্প হওক। আমি পৰামৰ্শ দিওঁ আছামিজ ষ্টুডেণ্টছ্, ওৱেলফেয়াৰ

লীগে "বিশ্ববিদ্যালয় দিন" পালনৰ দৰে অসমত বঙলা ভাষা প্ৰচলন হ'ব নোৱাৰে বুলি তেনে এটা দিন পালন কৰিবলৈ স্থিৰ কৰি অসমৰ তৰুণ সম্প্ৰদায়ক ঠায়ে ঠায়ে একেদিনাই তেনে এটা দিন পালন কৰিবলৈ কওক। আমি আশা কৰোঁ এই কামত যথেষ্ট সময় লৈ সকলোৱে জনাজাত কৰি পালন কৰিবলৈ দিহা কৰক। এই কামৰ দ্বাৰা গৱৰ্ণমেণ্টে জানিব লাগিব যে অসমীয়া জাতিৰ আত্ম-সম্মান, আত্ম-প্ৰতিষ্ঠাৰ ওপৰত বঙালী সভ্যতাৰ কোনো ৰকম প্ৰভাৱ পৰিবলৈ দিবলৈ অসমীয়া প্ৰাণে স্বীকাৰ নকৰে।

[ ১৫ ভাদ, ১৮৫৭ ॥ ১ ছেপ্টেম্বৰ, ১৯৩৫ ]

## অসমত দ্বিতীয়া ভাষা বঙলা হ'বনে?

তেজপুৰত বঙালী হাইস্কুল পতা কথা লৈ যিখন বিৰাট সভা বহিছিল তাত আমি দেখিলোঁ "কলিকতা বিশ্ববিদ্যালয়ৰ নতুন শিক্ষা প্ৰণালী প্ৰৱৰ্তন হোৱাৰ লগে লগে তেজপুৰত থকা বঙালী ল'ৰাবোৰৰ কাৰণে এখন স্বকীয়া হাইস্কুলৰ প্ৰয়োজন হ'ব এনে ভাব।"

কথা সঁচা হ'লে অসমৰ পক্ষে নতুন সংস্কাৰ জাতীয় কাঠ সংস্কাৰত পৰিণত হ'ব। মাতৃভাষাৰ জৰিয়তে শিক্ষা দিয়াটো স্বাভাৱিক এই ভাবি কলিকতা বিশ্ববিদ্যালয়ে বিদেশী-প্ৰধান বিদেশী ক্ৰোৰপতিৰে ভৰা কলিকতাত আজি বঙলা ভাষাৰ সহায়ত উচ্চশিক্ষা পৰ্যন্ত দিবলৈ ওলাইছে। আমালৈকো সেই ব্যৱস্থা জানো হ'ব নেলাগিব? আজি 'অসম বিশ্ববিদ্যালয়' স্থাপন হবলৈ চাৰিওফালৰপৰা জানো কাববাৰ হোৱা নাই? অসম গৱৰ্ণমেণ্টে এই বিষয়ে জানো প্ৰকৃততে আমাক আশ্বাস দিয়া নাই? ইয়াৰ বাবে জানো স্পেচিয়েল অফিচাৰ এজন পৰ্যন্ত লোৱা স্থিৰ হোৱা নাই? অহা বেভেনচন্ কমিটীৰ আগত জানো এইবাবে টকা বিচৰা হ'ব? সেয়ে যদি হয়, আজি ডাইৰেক্টৰ চাহাবে এইদৰে ভাব প্ৰকাশ কৰিছে যদি, অসমীয়া ভাষা সাহিত্য জাতীয়তা এই সকলো কথাৰ ওপৰত মাৰঘাত দিয়া নহবনে? আমি এতিয়াও বিশ্বাস কৰিব পৰা নাই, বিশেষকৈ যোৰহটীয়া বুলি সিদিনা নিজক চিনাকি দিয়া মিঃ স্মল চাহাব হেন শিক্ষা বিভাগৰ



গুৰিয়াল জনে এনে এটা অসমীয়া সভ্যতাৰ গুৰিকে ল'ৰাব পৰা কথা ক'ব? লগতে আমাৰ সুযোগ্য ইনচ্‌পেক্টৰ শ্ৰীযুত শৰৎচন্দ্ৰ গোস্বামীদেৱো জানো নাছিল? ডেপুটেশ্যনে যদিও এনে অসঙ্গত কথা কৈছিল তেওঁ নিজৰ ওপৰৱালাজনক এনে ব্যৱস্থাৰ লগত এটা জাতিৰ মূৰ চোবোৱা বিহদাঁত দীঘল দীঘল হৈ ওলাই আছে বুলি অসমীয়া ভাষা আৰু সাহিত্যক নতুন জীৱন দিওঁতা পৰিয়ালৰ শঙ্কৰ-মাধৱৰ অমৃত আকৌ অসমীয়াৰ কাণত ঢলা পৰিয়ালৰ, নিজে অসমীয়া মাতত মৌ বৰষি ফুৰা ৰায়বাহাদুৰ আগৰৱালা দেৱে কিয় উচাপ থাই জাপ মাৰি উঠি এনে কথাত ভূমি চুই কাণত হাত নিদিলে? অসমজননী! আজি তোমাৰ বুকুত যথেষ্ট গুণী সন্তান কোলা শুৱনি হৈ আছে। তেওঁলোকৰ প্ৰাণত সাহেৰে তোমাৰ হৈ মাত মাতিব পৰা ক্ষমতা নাই কিয়? এইটোৱেই মাত্ৰ অসমীয়া জাতিৰ আত্মঘাতী হ'বৰ উপায় হৈ পৰিছে। আজি আগৰৱালাদেৱৰ ছাত্ৰাৱস্থাতে জোনাকীৰ পোহৰত এই বঙলা ভাষাৰ সমস্যাত অসমীয়া জাতিয়ে কিদৰে নিজৰ অস্তিত্ব আৰু সভ্যতা ৰক্ষা কৰি আহিছিল সেই কথা পাহৰিলনেকি? যি হওক, এতিয়া আমি ( fallen angels ) স্বৰ্গৰ পৰা খহি অহা তৰাবিলাকৰ কথা ভাবিলে নচলিব।

আমি আজি শিক্ষা বিভাগৰ গুৰিয়ালসকলক প্ৰথমতে সোধোঁ, ডাইৰেক্টৰ চাহাবে কলিকতা বিশ্ববিদ্যালয়ৰ নতুন শিক্ষা প্ৰণালী প্ৰৱৰ্তন হোৱাৰ লগে লগে তেজপুৰত থকা বঙালী ল'ৰাবোৰৰ কাৰণে এখন স্বকীয়া হাইস্কুলৰ প্ৰয়োজন হ'ব বোলা কথাষাৰৰ ভেটি আছে নে নাই ৰাইজক জানিবলৈ দিয়ক। "বাতৰি"ত সেই বাতৰি দিবলৈ আমি সম্ভ্ৰমে ঠাই এৰি দিম। যদি সেইদৰে কোৱা হয়, তেনে এই নীতি অসম গৱৰ্ণমেণ্টে কেতিয়া ক'ত কি কনষ্টিটিউছনেল আইনৰ বলত গ্ৰহণ কৰিলে? অসম ব্যৱস্থাপক সভাই ঘূণাক্ষৰেও এই নীতি অৱলম্বন কৰাৰ কথা গম পায়নে?

যিদিনা অসমত বঙলা ভাষা প্ৰৱৰ্তন কৰিলে সেই দিনাহে অসমীয়াই প্ৰকৃত স্বাধীনতা হেৰুৱালে। সিমানতো বঙালী ভাইসকল সন্তুষ্ট নহৈ মুখৰ ভাত গালো কেওফালৰপৰা থাপ মাৰি খাবলৈ ধৰিলে। শেহত অসমীয়া মানুহে যেতিয়া নিজৰ মাত-কথা একৰকম পাহৰিব লগীয়া হ'ল যেতিয়া কীৰ্তন, ঘোষাৰ পদ-গীত পাহৰি কাশীৰামৰ মহাভাৰত দোৰনীয়া মাতেৰে

পঢ়িবলৈ ধৰিলে, তেতিয়া জানিবা এমুঠি কলিকতীয়া প্ৰৱাসী ছাত্ৰৰ প্ৰাণৰ প্ৰেৰণাত অসমীয়া ভাষাৰ জনছনৰ দৰে একছত্ৰ অধিপতি বেজবৰুৱা ডাঙৰীয়াই সৌকা চলাই এই খেতৰ বুকুৰপৰা একৰকম আঁতৰালে।

আজি আকৌ হেঁচা মাৰি ধৰিবৰ চেষ্টা! কি আচৰিত কথা! আই অসম! তুমি এই খেতৰৰ হাত কাহানি সাৰিবা?

আমাৰ ছুৱলীয়া ভাষা আজি একমাত্ৰ ইংৰাজীৰ বাহিৰে আন একো হ'ব নোৱাৰে এই কথা যেন সকলোৱে মনত ৰাখে। ভাই অসমীয়া, নিৰ্ভয়ে বৈধ উপায়ে নিজৰ মাতৃভূমিত নিজ ভাষাৰ আস্থান পৱিত্ৰভাৱে ৰক্ষা কৰিবলৈ কৃতসঙ্কল্প হোৱাঁ।

[ ২২ ভাদ, ১৮৫৭ ॥ ৮ ছেপ্টেম্বৰ, ১৯৩৫ ]

## অসমত ইমিগ্ৰেণ্ট্‌ছ

অসমত বিদেশীৰ অহা-যোৱা প্ৰথমৰপৰাই অধিক। তাৰ কাৰণ, অসম দেশৰ স্বাভাৱিক সম্পদ বহুত আৰু যথেষ্ট মাটি পৰি আছিল আৰু চাকৰি ব্যৱসায়ত অসমীয়া মানুহ সিমান আগবঢ়া নাছিল আৰু এতিয়া আগবাঢ়িব খুজিলেও বিদেশীক ঠেলি যাব লগীয়া হৈছে। কাজেই খুন্দা খাই ফুৰিছে; সুবিধা পোৱা নাই। অথচ অসমত দৰকাৰ পৰা নাছিল কাৰণেও বিদেশী অহা-যোৱা সমন্ধে কোনো নিয়ন্ত্ৰণ কৰা আইনো নাছিল। অসমত স্থায়ী-ভাৱে বসবাস কৰিবলৈ ধৰে প্ৰথমতে চাহ-বাগিচাৰ বনুৱাবিলাক। তাৰ পাছত লগে ভাগে অহা সৰু সৰু দোকানীবিলাকো গাঁৱে-ভুঞে সোমাই সোমাই মাটিবাৰী লৈ, খেতি-পথাৰো কৰি, বিশেষকৈ খেতিৰ উৎপন্ন শস্যবিলাক কিনি লৈ ব্যৱসায় চলাই বহিবলৈ ধৰে। কেঞা মহাজনৰ বহুতেও এই পন্থা অৱলম্বন কৰে। এইদৰে সানমিহলি হৈ বিদেশীয়ে ঠায়ে ঠায়ে স্থায়ীভাৱে বহিবলৈ ধৰে।

ইয়াৰ পাছত ছিলটীয়াসকলৰ যথেষ্ট লোক আহি বিশেষকৈ ধোদৰ আলিটো জুৰিয়েই বহিবলৈ ধৰে। অন্য ঠাইতো বহে।

নেপালীবিলাকেও প্ৰথমতে গাখীৰৰ কাৰবাৰ কৰিবলৈ ম'হৰ খুটি পাতি



ঠায়ে ঠায়ে বহে। লাহে লাহে খেতি-বাতি কৰিও বহি যায়। তেওঁলোকে খেতিৰ ভিতৰত কুঁহিয়াৰ খেতিয়েই ঘাইকৈ ধৰে। এই সকলোবিলাক বিদেশী ছেটলাৰ্ছৰ ভিতৰত ছিলটীয়া খিনি বাদে বাকীবিলাকে অসমীয়া ভাবাপন্ন হৈ অসমীয়া মাত-কথা মাতি একৰকম অসমীয়া হৈ গৈছে। ছিলটীয়াসকলৰ ভিতৰতো অসমীয়া ছিলটীয়া গাঁও এখনেই গোলাঘাট অঞ্চলত হৈ গৈছে। ইয়াৰ ভিতৰত নগাঁৱৰ অসমীয়া শিখবিলাকৰ কথা আমি ধৰাই নাই। কাৰণ, তেওঁলোক আজি খাচ অসমীয়া।

শেহত আহে পকুৱাৰ লানিৰে মৈমনসিঙ্গীয়াসকল; এওঁলোকৰ আগমনত প্ৰথম ইমিগ্ৰেণ্টছ্‌সকলৰ ওপৰত আমাৰ মানুহৰ চকু পৰে। তাৰ কাৰণো আছিল। এওঁবিলাকৰ কিছুমান আমাৰ মানুহৰ মাজত শান্তিৰে বসবাস কৰা বিধৰ লোক নাছিল। এতিয়াও বহুত ক্ষেত্ৰত নহয়। বেছি ভাগ মুছলমান। কাজেই, হিন্দুপ্ৰধান ঠাইবিলাকত আচাৰ-ব্যৱহাৰ বেলেগ হোৱাত তাতে highest sentiment অৰ্থাৎ, মনৰ উৎকৰ্ষতা নথকাত স্বভাৱতে কথাই-কথাই মিলতকৈ অমিলৰ ভাববিলাক বেছিকৈ ওলাই পৰিছিল। সেই কাৰণে, প্ৰথমছোৱাত গোলমালো বহুত হৈ গ'ল। যি হওক, এই মৈমনচিঙীয়া লোকবিলাকক বেলেগ বেলেগ ঠাই নিৰ্দেশ কৰি বহুৱাবৰ ব্যৱস্থা কিছুদূৰ হ'ল।

এতিয়া এই বিদেশী ছেট্‌লাৰ্ছবিলাক অতি শীঘ্ৰে সম্পূৰ্ণ অসমীয়া ভাবাপন্ন হৈ গ'লে তেওঁলোকৰো মঙ্গল, অসমীয়া জাতিৰো বিশেষ আপত্তিৰ কাৰণ নেথাকিব। আৰু এই কাম বঙালী ছেট্‌লাৰ্ছসকলৰ বাহিৰে আপোনা-আপুনি একৰকম হৈ আহিছে। বঙালী ছেট্‌লাৰ্ছসকলো সেই ভাবতেই পেটে পেটে থাকিলেও শিক্ষিত অসম-প্ৰৱাসী বঙালীসকলে ( Race arrogance ) বঙালীজাতি উন্নত জাতি ভাবি অসমীয়া হৈ সেইবিলাক লোক আমাৰ মাজত জাহ যোৱা কথাটো পছন্দ নকৰে। আজি সকলো স্বাৰ্থসজ্বৰ গুৰিতেই বঙালীসকলৰ এই অহঙ্কাৰৰ ভাৱে বাধা দিছে। ইমানেই প্ৰকৃত ঘটনা।

এতিয়া মৈমনচিঙীয়াসকলে সেই কথা বুজি উঠিছে যেন আমাৰ বিশ্বাস। কাৰণ, তেওঁবিলাকৰ ভিতৰত খেতি-বাতি কৰি খোৱা অথচ শিক্ষিত নেতৃস্থানীয় কেইজনে অসমীয়া হৈ মাটিবাৰী ঘৰ-দুৱাৰ কৰি অসমীয়া গাঁৱত

সোমাই শান্তিৰে নিজে আনকো থাকিবলৈ দিয়াটোহে নিজৰো স্বাৰ্থ-সিদ্ধি কৰাৰ একমাত্ৰ উপায় বুলি ভাবিছে। যদিও কৰ্ণপিশাচসকলে তেওঁলোকক আনদৰে বুজাই দিব খোজে।

আমি মুছলিম কন্‌ফাৰেঞ্চৰ অভ্যৰ্থনা সমিতিৰ সভাপতিয়ে এই বিষয়ে যিখিনি কথা কৈছে মূলতঃ সমৰ্থন কৰোঁ। তেওঁ কৈছে, "অসম উপত্যকাৰ মুছলমানৰ ভিতৰতেই বঙ্গদেশৰপৰা অহা ইমিগ্ৰেণ্টসকলে ক্ৰমে ক্ৰমে অসমীয়া হৈ পৰিছে। আমাৰ অৱশ্যে কৰ্তব্য হৈ পৰিছে তেওঁবিলাকৰ উন্নতি আৰু হিতাৰ্থে কাৰ্য কৰা। অসমীয়া ভাষাৰ জৰিয়তে প্ৰাথমিক শিক্ষা ইমিগ্ৰেণ্ট অঞ্চলত বাধ্যতামূলক কৰা উচিত। আৰু তাৰ কাৰণে অসম গৱৰ্ণমেণ্টে বাজেটত বিশেষকৈ টকা মঞ্জুৰ কৰিব লাগিব। আগলৈ আহিবলগীয়া ইমিগ্ৰেণ্টসকলক অসমত মাটি-ভেটি দিয়াত এনেকুৱা নীতি গৱৰ্ণমেণ্টে অৱলম্বন কৰিব লাগিব যাতে অসমৰ নিজ সন্তানসকলৰ কাৰণে প্ৰচুৰ পৰিমাণে মাটি সংৰক্ষিত কৰি থোৱা হয়। ইমিগ্ৰেণ্টসকলৰ বৰ্তমানে থকা বিশেষ অসুবিধাবোৰ ক্ৰমে তুলি দিয়া উচিত।"

"মোৰ বিবেচনাত এই কনফাৰেঞ্চত এটা যুগমীয়া 'অসম মুছলিম ইমিগ্ৰেণ্ট চেটলাৰ্ছ উন্নতি সাধিনী কমিটী' নিযুক্ত কৰি দিয়া উচিত, যি কমিটীয়ে তেওঁবিলাকৰ অভাৱ-অভিযোগ আদি জানি সেইবোৰ দূৰীভূত কৰিবলৈ আৰু তেওঁবিলাকৰ উন্নতি আৰু হিতাৰ্থে কাৰ্য কৰিবলৈ উপযুক্ত ব্যৱস্থা কৰিব পাৰে। অলপতে গঠিত হোৱা 'অসম প্ৰৱাসী আৰু ছেটলাৰ্ছ এছোচিয়েশনে' অসমৰ মুছলিম্ ইমিগ্ৰেণ্টসকলৰ প্ৰতিনিধিত্ব কৰিব নোৱাৰে।"

আমি নিজেও বিশ্বাস কৰি আহিছোঁ মৈমনচিঙিয়া ইমিগ্ৰেণ্টসকল প্ৰকৃততে অসমীয়া হবলৈ ইচ্ছুক আৰু নহলে তেওঁবিলাক কেতিয়াও আমাৰ বুকুত এখন স্বকীয়া মৈমসিং পাতি সুখে-শান্তিৰে থাই বৈ থাকিবলৈ সুবিধা নেপাব। তাৰ ফলত তেওঁবিলাকৰ নাতি-পুতিয়ে শেহত শাও দিবলৈ বাধ্য হ'ব। যিসকলে 'জাতভাই' বুলিয়েই ( unrestricted imigration ) বিদেশীৰ আগমনৰ কোনো নিয়ন্ত্ৰণ হোৱা উচিত বুলি বিবেচনা নকৰে আৰু এই বাবে হিন্দুসম্প্ৰদায়ে তেনে কথা উলিয়ালেই অন্যভাব পোষণ কৰে তেওঁ-বিলাকে আজি মৌলৱী তৈয়বুল্লা চাহাবৰ এই বিষয়ে যুক্তিপূৰ্ণ কথাখিনি



ভালদৰে কাণ পাতি শুনক। এখন দেশৰ হাৱাপানী অন্নেৰে বৰ্ধিত হ'ব লাগিলে সেই হাৱাপানী আৰু অন্ন নিজৰ জোখাৰে হবই লাগিব। নিজে উশাহ নলৈ আনক জীওৱা টান।

আমি শেহত আজি ইমানকে ক'ব খোজোঁ, অসমত বিদেশী বুলি কথা এটা স্বীকাৰ কৰা নেযাব। যিসকলে ইয়াত বসবাস কৰি নিগাজী হৈছে বা হবৰ ইচ্ছা কৰে তেওঁলোকে মাতৃভাষা অসমীয়া বুলি মুখেৰে নহয়, কাৰ্যত গ্ৰহণ কৰি দেখুৱাব লাগিব। আৰু কুৰি বছৰো ইয়াত থাকক সেই কথাই যথেষ্ট নহব, যদিহে দেশতো ঘৰ বুলি এখন গৃহস্থালি ৰাখিবলৈ নেৰে। তেনে লোকৰ সুবিধাবাদক আমি সন্দেহ কৰিম। দুই নাৱত দুই ভৰি হ'লে আমাৰ কোনো কামত নাহিব। নিজলৈকে টান। লগতে ইমিগ্ৰেণ্ট সকলক মৌলৱী তৈয়বুল্লা চাহাবৰ লগত আমিও কওঁ, "অসম প্ৰৱাসী আৰু ছেটলাৰ্ছ এছোচিয়েশ্বনে যি বৰশী চিপ পেলাইছিল তাত যেন নপৰে। 'প্ৰৱাসী' সকলকো কওঁ—এনেখন ছেটলাৰ্ছ এছোচিয়েশ্বন যেন তেওঁবিলাকে সোনকালে ( settle up ) শেষ কৰি পেলায়।

[ ২৬ ভাদ, ১৮৬৭ ॥ ১২ ছেপ্টেম্বৰ, ১৯৩৫ ]

## অসম বিশ্ববিদ্যালয়ৰ আদৰ্শ

স্থানান্তৰত আমি এই বিষয়ে শ্ৰীযুত এম-এন ঘোষ বি-এছ্-চি ( অহিঅ' ) এম. এচ-ছি ( পেন ) ডাঙৰীয়াৰ এটা মত প্ৰকাশ কৰিছোঁ। তাত তেওঁ কৈছে যে অসম বিশ্ববিদ্যালয় স্থাপন হ'ব খোজা কথাটো বৰ সু-সংবাদ। কিন্তু এই বিশ্ববিদ্যালয় সু-চিন্তিত আৰু কাৰ্যকৰী হ'ব লাগিব বুলি তেওঁ কয়। অন্য বিশ্ববিদ্যালয়বিলাকে য'ত ভুল কৰি আহিছে সেইবিলাকৰ হাত সাৰি ( profitableness ) লাভৰ ঘৰত ৰোৱাকৈ এই অসম বিশ্ববিদ্যালয় পাতিবলৈ তেওঁ পৰামৰ্শ দিছে। ই অন্য বিশ্ববিদ্যালয়ৰ দ্বিতীয় সংস্কৰণ হ'লে দুখৰ বিষয় হ'ব বুলি তেওঁ ভাবে। তেওঁৰ মতে ভাৰতৰ বিশ্ববিদ্যালয়বিলাকত সম্প্ৰতি নতুন পন্থা উলিৱা স্বাধীন মত, সহযোগ, মৰ্যাদা, সত্যপৰায়ণতাৰ অভাৱ। শিকিব খোজাসকলে বৰ আশা কৰি আছে কিন্তু শিকেহি সন্দেহ

কৰা গোলামি, মুখস্থ বিদ্যা, আহুকাল। শেহত, সমাজত থাপ নেখাই আওবাটে যাবলৈ শিকে। তেওঁ এতিয়া ক'ব খোজে যে ইংলণ্ডৰ 'মডেল'ত বিশ্ববিদ্যালয় স্থাপন কৰা দিন গ'ল। জাৰ্মান আৰু আমেৰিকান বিশ্ববিদ্যালয়-বিলাক কাৰ্যকৰী হৈ পৰিছে। অসমেও সেই আদৰ্শত বিশ্ববিদ্যালয় স্থাপন কৰা ভাল হ'ব বুলি তেওঁ ক'ব খোজে। মিঃ ঘোষে তেওঁৰ অভিজ্ঞতাৰপৰা আমাক এনে আশাশুধীয়া উপদেশ দিয়াত তেখেতক অসমীয়া জাতিয়ে আন্তৰিক ধন্যবাদ জনাইছে।

আমি এই বিষয়ে নিঃসন্দেহে মিঃ ঘোষৰ কথা সমৰ্থন কৰি ক'ব খোজোঁ। অসমে যি বিশ্ববিদ্যালয় পাব সেই বিশ্ববিদ্যালয়ে আমাৰ ভবিষ্যত বংশধৰ-সকলক ( mind, body and soul ) মন-দেহা-আত্মা তিনিওটাৰে সম্পূৰ্ণ খোৰাকী দিব লাগিব। দেহাটো মাজত থাকিহে বাকীবিলাক 'বেহা' কৰিব পাৰে। এই কথা বিশেষকৈ বৰ্তমান যুগৰ একমাত্ৰ বাণী বুলি ক'ব পাৰি। এতিয়া অসম বিশ্ববিদ্যালয়—সেই তিনিওটা খোৰাকী খাই সুস্থ শৰীৰ, সৰল মন লৈ চলিবলৈ যি ধৰণৰ স্বাধীন চিন্তা কাৰ্যকৰী ক্ষমতা আত্ম-মৰ্যাদা সততাৰ দৰকাৰ সেই ধৰণৰ পদ্ধতি লৈ স্থাপন হ'ব লাগিব। এই কাৰ্যকৰী বিশ্ববিদ্যালয় স্থাপন কৰিবলৈ হ'লে প্ৰথমতে অসমৰ স্বাভাৱিক সম্পদ যি আছে তাৰ সদ্ব্যৱহাৰ কৰি অসমীয়া জাতিয়ে জাতীয় সম্পদ কিদৰে বঢ়াব পাৰিব সেই বিষয়ে প্ৰথমে ভাবি চাব লাগিব। যথাৰ্থতে আমি আমাৰ মাজত কিছুমান ( 'misfits' ) থাপ নোখোৱা ভৱিষ্যত বংশধৰ একশ্ৰেণী সৃষ্টি কৰিব নোখোজো। এসোপা উপাধিধাৰী ডেকা ( 'with sorry faces' ) ওলোমা মুখেৰে চাকৰি বিচাৰি অন্যক্ষেত্ৰত ( 'fish out of water' ) পানীৰপৰা তুলি অনা মাছৰ দৰে তিষ্ঠিব নোৱৰা কৰি তুলিব নোখোজোঁ। আমাৰ অসম বিশ্ববিদ্যালয়ৰপৰা নিপোটল ডেকা ( 'with confident gaits' ) পোন খোজ-কাটলেৰে বুকু ডাঠ কৰি জগতৰ কৰ্মক্ষেত্ৰত থিয় হ'বপৰা কৰি গঢ়ি তুলিব লাগিব। অৱস্থাৰ ওচৰত লেতু-সেতু নহৈ অৱস্থা ভেদ কৰি অক্ষত দেহা হৈ ওলাব পৰিব লাগিব। অসম বিশ্ববিদ্যালয়ৰ যদি এই আদৰ্শ নেথাকে তেন্তে বৰ্তমানৰ কলিকতা বিশ্ববিদ্যালয়ৰ দ্বিতীয় সংস্কৰণ আমাক নালাগে। অসম বিশ্ববিদ্যালয়ে দিব লাগিব অসমীয়া জাতিক মেধা শক্তি, দিব লাগিব কাৰ্যক্ষেত্ৰত হাত দিবপৰা উদ্ভাৱিকা শক্তি, অৱস্থা বিপৰ্যয়ৰ মাজত চৰিত্ৰ-বল দিবপৰা শিক্ষা, বৰ্তমান যুগৰ উপযোগী শিল্প-কলা-সাহিত্যবুৰঞ্জী। এইসকলো ক্ষেত্ৰতে অসমীয়া জাতিক নিজস্ব ৰক্ষাৰ সাধনা এই অসম বিশ্ববিদ্যালয়ে দিব পাৰিব লাগিব।



মুঠতে অসম বিশ্ববিদ্যালয়ে জগতৰ সকলো প্ৰকাৰ জ্ঞান-বিজ্ঞান আহৰণ কৰি অসমীয়া জাতিৰ বহল জীৱন গঢ়ি তুলি আকৌ নতুন অসমীয়া জাতিৰ প্ৰাণ প্ৰতিষ্ঠা কৰিব লাগিব। জাতিৰ প্ৰাণ প্ৰতিষ্ঠাই অসম বিশ্ববিদ্যালয়ৰ মূখ্য উদ্দেশ্য হ'ব লাগিব।

[ ৩ আহিন, ১৮৫৭ ॥ ২০ ছেপ্টেম্বৰ, ১৯৩৫ ]

## অসমৰ স্কুলৰ শিক্ষাৰ বাহন অসমীয়া

বৰ্তমান সময়ত এটা কথা একেবাৰে সত্য—অসম-উপত্যকাৰ শিক্ষাস্থলী-বিলাকত অসমীয়াৰ বাহিৰে শিক্ষাৰ বাহন আন একো ভাষাই হ'ব নোৱাৰে।

আজি প্ৰায় এশ বছৰে বঙালীসকলে ঘাইকৈ চাকৰি কৰি লগে লগে আনদৰে শিপাই অসমীয়া মানুহৰ ঘৰে ঘৰে বঙালী মহাভাৰত, বঙলা কাকত পত্ৰ সুমাই দি, প্ৰথমতে আলহীৰ আদৰ সমাদৰ পাই গৈ থাকি থাকি, চোৰচাওৰ বৰপেৰাতে হাতদি এতিয়া অসমীয়া ঘোষা-বস্তাৱলীতো হাতদি আত্মসাৎ কৰিবলৈ ওলাল; যেতিয়া আজি তিনি চাৰিকুৰি বছৰে অসমীয়া ল'ৰাকো মাতৃভাষাত মাত এষাৰো মাতিবলৈ নিদি বঙলা ভাষাই চেকনি দেখুৱাই অসমীয়া ছাত্ৰক বান্দৰ নচুৱা দৰে নচুৱাই শিকালে; এতিয়া আকৌ মাতৃভাষাৰ জৰিয়তে সকলো বিষয়ত শিক্ষা দিবলৈ একৰকম স্থিৰ হোৱাত এমুঠি ল'ৰাই অসমীয়া ল'ৰাৰ লগত একেখন বেঞ্চত বহি পঢ়িবলৈকো বেয়া হ'ল। এতিয়া এই ছলতে ৰামানন্দ-পন্থীসকলে অসমখন এইদৰে cultural conquest অৰ্থাৎ, বঙালী সভ্যতাৰ প্ৰভাৱেৰে জয় কৰিবলৈ 'উচটাই' দিছে; এদিন চলপালে, আজি ইটালীয়ে আবিচিনীয়াক সভ্যতা শিকাবলৈ কাৰবাৰ কৰা দৰে বঙালীসকলেও যে আমাক তাকে নকৰিব সেই কথা কোনে জানে? কাজেই, অসমীয়া জাতিয়ে আজি বেছ বুজিছে লাখুটিতে

যেতিয়া ইমান, ঠেং পালে কি নকৰিব? তেওঁলোকৰ ভাষাতেই আজি অসমীয়া জাতিয়ে ক'ব "থাল কেটে আৰু কুম্ভীৰ আনা কেন"। যি ভাষাত বঙালী ভাষাৰ কেবা শ বছৰ পূৰ্বেই শাস্ত্ৰ-ভাগৱত লেখা হৈ গ'ল—সিদিনা মাথোন ৰাজা ৰামমোহন ৰায়ৰ দিনত বঙালীয়ে গদ্য লিখিবলৈ শিকিলে; অথচ অসমীয়াৰ গদ্য আজি কেই শ বছৰ পূৰ্বতে লিখা হৈ গ'ল—যি ভাষাৰ কথা, সাহিত্যৰ সোৱাদ আজিও বঙালীয়ে নিজৰ দেশ বুলি ভবা ভাটী-ৰংপুৰ দিনাজপুৰ জলপাইগুৰিৰ মানুহে দুখে-সুখে হৰ্ষে-বিষাদে অতৰ্কিতে শ্বাস-প্ৰশ্বাসৰ দৰে লৈ আছে, সেই ভাষাৰ ওপৰত আজি কেই কুৰি বছৰ ইংৰাজ গৱৰ্ণমেণ্টৰ ভুলত—আজি যি কথা আমি দোষ বুলি ক'ম—টিঘিল ঘিলাবলৈ পাই তেওঁলোকে মাটিৰ চিৰস্থায়ী বন্দৱস্ত থাই নটা পোৱাৰ দৰে অসমীয়া ভাষাৰ মূৰটো বৌ-মাছৰ মুৰি-ঘণ্ট খোৱা দৰে খাবলৈ জিভাৰ পানী পৰিছে। সেই কথা আৰু হবলৈ আমি দিব নোৱাৰোঁ।

অসমীয়া ভাষাই যে অসমৰ স্কুলৰ শিক্ষাৰ বাহন হ'ব লাগিব এই বিষয়ে শ্ৰীযুত চিদানন্দ দাসে তেওঁৰ সুদীৰ্ঘ প্ৰবন্ধ এটাত নথি এটা যে উদ্ধৃত কৰি দিছে আজিও তাকে ইয়াত তুলি দি আমাৰ কথা যে অতি সত্য তাকে দেখুৱাৰ খোজোঁ আৰু সেই দৃষ্টান্তৰ বাবে আমি বৃটিছ সাম্ৰাজ্যৰ বাহিৰলৈকো নাযাওঁ। তেওঁ দেখুৱাইছে, অষ্ট্ৰেলিয়া কমনৱেল্থত জাপানী আৰু অন্যান্য এছিয়াটিক জাতিৰ লোকে অষ্ট্ৰেলিয়াত সোমাবলৈ হ'লে ইমিগ্ৰেচন অফিচাৰে যি নিৰ্দ্ধাৰিত ভাষাত পঞ্চাছটা শব্দ লিখিবলৈ কয় লিখি দেখুৱাব লাগে।

"The Australians rightly can—lind that immigration should be of races which would ultimately become permanent citizens. They must be of a suitable type or fitted to fulfil the conditions of citizenship. অৰ্থাৎ অষ্ট্ৰেলিয়ান সকলে সঁচাকৈয়ে বিচাৰে যে যিসকল লোক তাত গৈ বহেগৈ তেওঁলোক থাপ থাই পৰা লোক হ'ব লাগিব। আৰু চিটিজেন হৈ সম্পূৰ্ণ দায়িত্ব গ্ৰহণ কৰিব পৰা লোক হ'ব লাগিব। শ্ৰীযুত দাসে ঠিক কথাকে কৈছে "ভাৰত আৰু আফ্ৰিকা একেই বৃটিছ জাতিৰ অধীন। যিবিলাক ভাৰতবাসী আফ্ৰিকাত আছে তেওঁলোকে বোধহয় ৰাজহ নিদিয়াকৈ আফ্ৰিকাত থকা নাই। কিন্তু



ভাৰতীয়সকলৰ তাত অৱস্থা কি? যেতিয়ালৈকে প্ৰৱসুৱা দেশৰ নিগাজী বাসিন্দা হবলৈ অস্বীকাৰ কৰিব তেতিয়ালৈকে অকল ৰাজহৰ বলত কোনো বিদেশীয়ে অন্য কোনো প্ৰদেশত সেই প্ৰদেশবাসীসকলৰ দৰে সকলো বিষয়তে সমানে স্বত্ব পাব নোৱাৰে। আৰু নিগাজী বাসিন্দা হবলৈ স্বীকাৰ কৰিলেও দেশৰ স্বকীয়া ভাষা আৰু কৃষ্টি সাধনাক ধ্বংস কৰিবলৈ তেওঁলোকৰ নিজৰ ভাষা আৰু কৃষ্টি প্ৰচাৰৰ স্বত্ব পাব নোৱাৰে।

মুঠতে আজি অসম উপত্যকাৰ স্কুলবিলাকত অসমীয়াই শিক্ষাৰ বাহন হ'ব লাগিব—এই কথা অসমীয়া জাতিয়ে নিশ্বাস-প্ৰশ্বাসৰ লগত অনুভৱ কৰিছে। তেহেলৈ কলঢোপ কলঢোপ কৰাসকলে যি মাতকে-নেমাতক। গৱৰ্ণমেণ্টে এই বিষয়ে যিমান সভা সন্মিলন পাতে পাতক; কিন্তু, অসমীয়াই আৰু অন্য বাহনত উঠি শিক্ষাক্ষেত্ৰত বিচৰণ কৰিবলৈ কেতিয়াও ৰাজী নহব।

[ ১০ আশ্বিন, ১৮৫৭ ॥ ২৭ ছেপ্টেম্বৰ, ১৯৩৫ ]

## প্ৰাইমেৰী শিক্ষাৰ ব'ৰ্ড

যদি স্বায়ত্ত শাসনৰ ভোট হৈছে ভোটাধিকাৰ আৰু বস্তুটো প্ৰকৃততে কি তাক জানিবলৈ যদি জনসাধাৰণৰ মাজত শিক্ষা বিস্তাৰৰ দৰকাৰ আৰু অসমৰ ভূতপূৰ্ব ডাইৰেক্টৰ মিঃ কনিংহামে লিখাৰ দৰে যদি ক'ব পাৰি "Reform will be meaningless if there is a world of ignorance, between the voter and the vote" ৰিফৰ্মৰ কোনো অৰ্থ নাথাকে, যদিহে ভোটাৰজনে ভোটটো থায় নে নাকত গোজে একোকে নাজানে, তেন্তে ক'ব লাগিব এই সময়ত নতুন সংস্কাৰ প্ৰৱৰ্তনৰ লগে লগে দেশৰ ভোটাৰসকলক শিক্ষা দিবলৈ প্ৰাইমেৰী শিক্ষাৰ ব'ৰ্ড এখন অতি লাগতিয়াল বস্তু হ'ব। শিক্ষামন্ত্ৰী ডাঙৰীয়াই এতিয়া শিক্ষক সম্মিলনত এই ব'ৰ্ডৰ বিষয়ে কি স্থিৰ কৰিলে সেই কথা আমি সম্প্ৰতি ভালকৈ নেজানিলেও সেই ব'ৰ্ড যে নিতান্ত প্ৰয়োজনীয় সেই কথা আমি ডাঠি কওঁ। কিন্তু প্ৰয়োজনীয় বাবেই তাক উৰাই ডুবাই পাতি এটা ক্ষমতা দি প্ৰকৃত কামত যাতে বাধা দিয়া নহয় সেইবাবে বিশেষ চিন্তা কৰি চাব লাগিব। আমি এই বিষয়ে

সম্প্ৰতি ইয়াকে ক'ব খোজোঁ যে আমাৰ দেশত এতিয়াও প্ৰাথমিক শিক্ষাত Agricultural bans অৰ্থাৎ খেতি পথাৰৰ আনুষঙ্গিক বিদ্যা শিকাব লাগিব। ইয়াৰ দ্বাৰা আমি এইটো বুজিছোঁ যে বৰ্তমান যুগত এজন ভাল শিক্ষিত খেতিয়ক বোলাই থাবলৈ যি কেইটা বিদ্যা শিকি হাতে-কামে লাগি গৈ মগজুৰ সহায়ত নতুন নতুন প্ৰণালীৰে নিজৰ পাগত তুলি চাউল কঠা মোকলাব পাৰিব, সেই শিক্ষা প্ৰাইমেৰী শিক্ষা হিচাপে জনসাধাৰণক দিব লাগিব। এই শিক্ষা বৰ্তমানৰ টিপচহীটোৰ ঠাইত কাউৰী-ঠেঙ্গীয়া আখৰ কেইটামানেৰে নিজৰ চহীটো দিব পৰা, হাতভৰি কেইটা আছাৰি ব্যায়াম শিক্ষাত অঙ্গ-প্ৰত্যঙ্গ সবল হৈছে বুলি ভৰা স্কুলৰ চাৰিওফালে ফুলগছ কেইজোপামান কই গাৰ্ডেনিং শিক্ষাৰ মডেল আঙুলি যেন নাঙল-যুঁৱলি আদি সাজি খেতিৰ সঁজুলিত পাকৈত হোৱা বিধৰ শিক্ষা দিলেই নহব? আন আন সভ্য দেশত যি আৰ্হিৰে প্ৰাইমেৰী শিক্ষা দি একোটা ল'ৰাক আজি থাবলৈ এটা বাট লগাই দিয়া হয়, আমাৰ ইয়াতো থল বুজি সেই নীতিৰ কিছুদূৰ প্ৰয়োগত সাল-সলনি কৰি শিক্ষা দিব লাগিব।

প্ৰাইমেৰী শিক্ষাৰ 'কাৰিকুলম' কেবা বছৰীয়াও হৈ এটা গাঁৱলীয়া ল'ৰাক কাৰ্যকৰী শিক্ষা দি এৰি দিব লাগিব। তাৰ বাবে দুই তিনিটা ষ্টেজ কৰক হানি নাই। কিন্তু জনসাধাৰণৰ শিক্ষাটো সম্পূৰ্ণ হ'ব লাগিব। খেতিয়ক হবলৈকো যিমানখিনি মিকানিকেল ট্ৰেইনিং পোৱা উচিত তাকো দিব লাগিব। গাঁৱলীয়া বেহা-বেপাৰ যিমান কণ বুজি উঠা উচিত সেই বিষয়েও কিছু প্ৰেক্‌টিকেল ট্ৰেইনিং পাব লাগিব। গৃহস্থালিৰ নিমিত্তে যিমান কণ সাধাৰণ অৰ্থনীতিৰ কথা বুজিব লাগে তাৰো অলপ আভাস দিব লাগিব। স্বাস্থ্য আৰু চেনিটেছনৰ বিষয়ে বিশেষভাৱে কাৰ্যকৰী শিক্ষা দিয়া উচিত হ'ব।

মুঠতে জনসাধাৰণৰ প্ৰাথমিক শিক্ষাই এজন সম্পূৰ্ণ স্বাৱলম্বী গাঁৱলীয়া ৰায়ত কৰি তুলিব লাগিব। এতিয়া প্ৰাইমেৰী শিক্ষাৰ ব'ৰ্ডে এইদৰে জাতীয় জীৱন গঢ়ি তুলিবলৈ যি ব্যৱস্থা কৰা উচিত তাকে কৰক। কণা কুকুৰাক পতান ধান দিবৰ দিন উকলিল; কিয়নো আজিকালি কুকুৰায়ো বুজি উঠিছে এক্সপেৰিমেণ্টেল ফাৰ্মবিলাকত পতনুৱা নোহোৱা ধান গজাব পাৰি।

[ ১১ আহিন, ১৮৫৭ ॥ ২৮ ছেপ্টেম্বৰ, ১৯৩৫ ]

## অসমীয়া নগা ডেকাৰ প্ৰাণৰ উক্তি

( শ্ৰীমান ভিলাল হোলি আঙ্গামি নগা )

পাহাড়ত অসমীয়া ভাষা শিকোৱাৰ ব্যৱস্থা মীমাংসা কৰিবৰ কাৰণে অলপতে অসমৰ ৰাজধানী চিলঙৰ হেনো চৰকাৰী কৰ্মচাৰী আৰু অসমৰ পাতুৰি চাহাবসকলৰ এটি সভা বহিছিল। সভাৰ কি কি বিশেষ প্ৰস্তাৱ গৃহীত কৰা হ'ল বৰ এটা তত্ ৰখা নাই যদিও ইয়াকে শুনিবলৈ পাইছোঁ যে অসমৰ নগা পাহাড়ত হেনো সকলো নিম্ন প্ৰাইমেৰী পঢ়াশালীত নগা ভাষাৰ লগে লগে অসমীয়া ভাষাও শিকোৱা হ'ব।

কথাষাৰ শুনি নিশ্চয় আনন্দৰ কিৰিলি মাৰিলোঁ; কিন্তু সাপ নেগুৰত বিষ ৰখা গম পাই থৰ লাগি আধাতে থমকি ৰ'লোঁ।

ইংৰাজী আখৰেৰে লিখা অসমীয়া ভাষাৰ পুথি পঢ়িলে যে আমাৰ বিশেষ একেৰা উন্নতি হ'ব, অসমৰ নগা মগজত দেখুন তেনে নেখেলায়। যদিহে তেনে হয়, আমিনো কাহানি অসমীয়া বাতৰি কাকত নাইবা অন্যান্য অসমীয়া বুলি পঢ়ি জ্ঞান লাভ কৰিম? সেইবোৰো যদি ইংৰাজী আখৰেৰে লিখা হল হয়, এটা কথা আছিল, কিন্তু সেইটো অসম্ভৱ। সেইদৰে হলেতো অসমীয়া আখৰেৰে লিখা পুথি নগা ভাষালৈ অনুবাদ কৰা অসমৰ পক্ষে অপাৰ সমুদ্ৰ ডেও মাৰি যোৱা আৰু সাত পূৰা চাউল গাল মাৰি খোৱা যেন অসম্ভৱ হৈ পৰিব।

আমাক যেন ভাষা আৰু সাহিত্য উভয়কে লগে লগে শিকায় তালৈকে কৰ্তৃপক্ষক নিবেদন জনালোঁ। কিন্তু যদিহে ইংৰাজী আখৰেৰে লিখা অসমীয়া আষাৰ পুথি আমাৰ মাজত প্ৰচলন কৰে তেন্তে দুই নাৱত দুই ভৰি দিয়াই অজলা নগা জাতিক ভৰ বাৰিষা বৰ নৈ পাৰ কৰিবলৈ যত্ন কৰা যেন লাগিব।

[ ৪ আহিন, ১৮৫৭ ॥ ২১ ছেপ্টেম্বৰ, ১৯৩৫ ]

# পৰ্বতীয়া স্কুলত অসমীয়া আখৰ

পৰ্বতীয়া জিলাবিলাকত যে অসমীয়া ভাষাৰ জৰিয়তে শিক্ষা দিয়া উচিত সেই কথা আমি সদায় কৈ আহিছোঁ আৰু সম্প্ৰতি নগা হিলছ্ত অসমীয়াৰে শিক্ষা দিয়াটোকেই স্থিৰ কৰিছে বুলি শুনি আমি ভাল পাইছোঁ। আৰু কিতাপবিলাক 'ৰোমান' আখৰ নহৈ যে অসমীয়া আখৰ হোৱা আৱশ্যক সেয়ে নহলে অসমীয়াৰ জৰিয়তে শিক্ষা দিয়া-নিদিয়াৰ কোনো লাভ নহব, সেই কথাও আমি 'বাতৰি'ত দেখুৱাই আহিছোঁ। এই বিষয়ে সিদিনা নগা ডেকাজনে লিখা কথাখিনিও ভাবি চাবলগীয়া।

তদুপৰি আজি অন্তকালে মিশ্যনেৰীসকলে কি কৰি আহিছে? তেওঁবিলাকে অসমীয়া ভাষাত অসমীয়া আখৰেৰে লিখা বাইবেল সঙ্গীত আদি প্ৰণয়ন কৰি মিশ্যনৰ কাম কৰি আহিছে। ইয়াৰ ফলতেই আজি পৰ্বতীয়া আৰু ভৈয়ামৰ খৃষ্টানসকলে সহজে গোটখাই ভাবৰ আদান-প্ৰদান কৰিব পাৰিছে। আৰু সেইবাবেই আজি আমাৰ সীমান্তবাসী পৰ্বতীয়া জাতিসকল সভ্যতাৰ পোহৰলৈ ইমান সোনকালে আৰু সহজে আহিব পাৰিছে। গাৰো হিলছ্ৰ ভাষাও অসমীয়াৰ বাহিৰে আন একো হ'ব নোৱাৰে। আমি আমাৰ শিক্ষিত গাৰো ভাইসকলক এই বিষয়ে তেওঁলোকৰ মতামত প্ৰকাশ কৰিবলৈ অনুৰোধ কৰিলোঁ। তেওঁলোকে নিশ্চয় জানিব আজি অসমৰ ভৈয়ামৰ অসমীয়াসকলে তেওঁলোকক পৰ্বতীয়া অসমীয়া হৈ পৰ্বতে-ভৈয়ামে জানে-জুৰিয়ে এক অসমীয়া জাতিৰ প্ৰাণ বোৱাই দিবলৈ আহ্বান কৰিছে। আজি অসম প্ৰদেশৰ দাঁতি-কাষৰীয়া জাতিবিলাক কেৱল ইংৰাজ শাসনৰ দিন ধৰিয়েই অসমীয়া জাতিৰ লগত সম্বন্ধ থকা লোক নহয়। তাৰ বহুকাল পূৰ্বেই তেওঁলোকৰ লগত ভৈয়ামৰ অসমীয়া জাতিৰ সম্বন্ধ অটুট আছো। তেওঁলোকক আমি কওঁ—অসমীয়া ভাষাৰ জৰিয়তে শিক্ষা গ্ৰহণ কৰক আৰু এই কাৰ্যৰ দ্বাৰা অতি শীঘ্ৰে তেওঁলোকে নিজক সৰ্বতোভাৱে উন্নত কৰিবলৈ সমৰ্থবান হ'ব। ইংৰাজ শাসনৰ লগে লগে থাকি বঙালীসকলৰ কুমন্ত্ৰণাত গৱৰ্ণমেণ্টে মাজছোৱাতে অসমীয়া ভাষাৰ প্ৰতি অবিচাৰ কৰিলে। এতিয়া সেই ভুল তেওঁবিলাকে জানি-শুনি আৰু কৰিব নোৱাৰে। আজি গাৰো



হিলছ্তো অসমীয়া ভাষা সম্পূৰ্ণৰূপে গ্ৰহণ কৰা উচিত। এই বিষয়ে মিশ্যনেৰীসকল, গৱৰ্ণমেণ্ট আৰু গাৰো শিক্ষিত সম্প্ৰদায়ৰো দৃষ্টি আকৰ্ষণ কৰোঁ। আমাৰ উদ্দেশ্য আজি অসমৰ সীমান্ত-নীতি অসমীয়া ভাষা-সাহিত্যৰ প্ৰভাৱ বিস্তাৰৰ লগে লগে সহজে সমাধান হ'ব। সীমান্ত-নীতি বুলিলেই যে সদায় মিলিটেৰী নীতি হবই লাগিব এইটো স্বাভাৱিক কথা বুলি আমি ধৰিব নোখোজোঁ। আজি পৰ্বতীয়া ঠাইবিলাক সম্পূৰ্ণৰূপে অসমীয়া ভাবাপন্ন হৈ গলে গৱৰ্ণমেণ্টৰো সীমান্ত-নীতিৰ বাবে বহুত খৰচ কমি যাব।

খাচী ভাইসকলে আজি অতকাল ৰাজধানীৰ সংশ্ৰৱত থাকি লিখা-পঢ়া সকলোতে যেনেকৈ আগবাঢ়িছে, খাচী ভাষাকো সেইদৰে আগবঢ়াই আনিছে, সেই কথা আমি স্বীকাৰ কৰো। কিন্তু সেই বুলি অসমীয়া ভাষাকো তেখেতসকলে গ্ৰহণ কৰিবৰ যথেষ্ট কাৰণ আছে। আমাৰ ভূতপূৰ্ব মন্ত্ৰী ৰেভেৰেণ্ড নিকলছ্ ৰয়ৰ কাৰ্যত কোনোদিনে অসমীয়া খাচী এইদৰে বিভিন্ন ভাৱ ৰাখি কাম কৰা আমি গম নেপালোঁ। তেওঁক আমি অতি ওচৰৰপৰা দেখিবৰ সুযোগ পাইছিলোঁ। তেওঁ যদি এইবিলাক গুণৰ লগত অসমীয়া ভাষাটো ভালদৰে জানিলেহেঁতেন তেতিয়া তেওঁক অসমীয়া জাতিয়ে আৰু ওচৰ বুলি ভাবিব পাৰিলেঁহেঁতেন। এইখিনিতে ক'ব পাৰি, আজি যদি অসমত বঙলা ভাষাৰ প্ৰচলন হোৱা আমি সমৰ্থন নকৰো, তেন্তে খাচীয়াসকলেনো কিয় খাচীয়া পৰ্বতত অসমীয়া শিকিব? এই দুই প্ৰশ্ন একেবিধৰ নহয় বুলি আমি ক'ব খোজোঁ। আমি বঙালীসকলক বঙালী পাহৰি যাবলৈ কোৱা নাই। কিন্তু অসমীয়াৰ সকলো সুবিধা ভোগ কৰিবলৈ হ'লে অসমীয়া ভাষা গ্ৰহণ কৰিব লাগিব। খাচীয়াসকলৰ স্বাৰ্থ আমি অসমীয়া স্বাৰ্থৰ লগত বেলেগ বুলি ধৰা নাই। তেওঁবিলাকক লৈ আমি এটা ডাঙৰ অসমীয়া জাতি। এই ডাঙৰ জাতিটোৰ ভাষা অসমীয়া হ'লেহে আমি এক ভাবাপন্ন হৈ একেবিধ স্বাৰ্থ বুলি ভাবিব পাৰিম। বঙালীয়ে যদি আজি আমাৰ বুকুতে এখন সুকীয়া বঙ্গদেশ সৃষ্টি কৰিবলৈ নোলালহেঁতেন, তেন্তে ভাষা হিচাপে বঙালী ভাষাটোৰেই যে অস্পৃশ্য এনে কথা কৈ আজি বঙলা ভাষা অসমত চলিব নোৱাৰে বুলি কেবেঁ নকলেহেঁতেন। ভাষা হিচাপে বঙলা ভাষাৰ স্থান অসম-বিশ্ববিদ্যালয়তো, থাকিব সেই কথা সুকীয়া।

আমি এতিয়া সকলোফালৰ পৰা পৰ্বত আৰু ভৈয়ামৰ জিলা কেইখন লৈ যেতিয়া অসম প্ৰদেশ আৰু এটা ডাঙৰ অসমীয়া জাতি সৃষ্টি কৰাৰ আৱশ্যকতা দেখিছোঁ আৰু স্বভাৱতে যেতিয়া অসমৰ পৰ্বত ভৈয়াম জান-জুৰিৰ সম্বন্ধ অচ্ছেদ্য অভেদ্যভাৱে অতকাল চলি আহিছে, সেই স্থলত আজি অসমীয়া ভাষা আৰু সাহিত্যৰ ধ্বনিয়ে এই সকলোবিলাক ঠাইকে পূৰ্ণ কৰি ৰাখিব লাগিব। আনফালে বিদেশীসকলেও অসমীয়া মাতেৰে এই ধ্বনিত তাল দিয়ক। তেওঁবিলাককো আমাৰ জাতীয় সঙ্গীতে প্ৰাণ নচুৱাই তেলিক, তাত আমাৰ হানি নাই। আমি আশাও কৰোঁ তাকেহে।

[ ১২ আহিন, ১৮৫৭ ॥ ২৯ ছেপ্টেম্বৰ, ১৯৩৫ ]

## সুবিধাবাদ

সুবিধাবাদেই ( opportunuism ) আমাৰ দেশত বেছি ভাগ দেশ-নেতাৰ নীতি চলি আহিছে। ভাৰতৰ আন আন প্ৰদেশৰ নেতাসকলে যি হওক, ইয়াৰ আলমতে নিজ নিজ প্ৰদেশৰ স্বাৰ্থ যথেষ্ট ৰক্ষা কৰি চলিব পাৰিছে, আমাৰ সিও নাই। এইখিনিতে আমি কৈ থওঁ, সুবিধাবাদ আৰু ( expediency ) কাৰ্যকৰী ৰাজনীতি পৰিৱৰ্তন আমি একেটা বস্তু বুলি ধৰা নাই। যেনে, কংগ্ৰেছ মহাসভাই অৱস্থাভেদে বেলেগ বেলেগ কাৰ্যপদ্ধতি লৈ অথচ জনসাধাৰণক মূল নীতিতেই আছোঁ বুলি দেখুৱাই, কাম কৰি আহিছে সেই কথা এক; আৰু সুবিধা বুজি আজি কংগ্ৰেছত, কাইলৈ বাহিৰত, পৰহিলৈ কিহবাৰ ভিতৰত ইত্যাদি, গাত গুণৰ ঠাইত লেপ লোৱা এসোপা ছাই সানি সাধক সন্ন্যাসীৰ দৰে বেশধৰি ফুৰা এদল সুবিধাবাদী নেতাৰ কথা আন।

আজি অসমীয়াৰ প্ৰাণৰ অনুভূতি কি? অসমীয়া জাতিৰ যথাসৰ্বস্ব গ'ল; অসমীয়াৰ মাটি গ'ল, ভেটি গ'ল, অসমীয়াৰ ধন গ'ল, দৌলত গ'ল, অসমীয়াৰ সুখ গ'ল, সম্পদ গ'ল, অসমীয়াৰ মাত গ'ল, কথা গ'ল, অসমীয়াৰ



কীৰ্তন দশম, ৰামায়ণ, মহাভাৰত পৰ্যন্ত লোপ পাই আহিল। অসমীয়াই গোলামি কৰি পেট প্ৰৱৰ্তোৱা চাকৰি-বাকৰি দুটা যি আছিল সিও দিনে দিনে পোৱা টান হৈ আহিল। এনে অৱস্থাত কালি আমি 'বাতৰি'ত দেখুৱাই অহাৰ দৰে সমগ্ৰ অসমীয়া জাতিৰ জনসাধাৰণ আজি ১০।১২ বছৰে 'অসমীয়া সংৰক্ষিণী সভা'ই বুকুত বান্ধি লৈ ফুৰা, স্বাৰ্থপৰ বিদেশী আৰু জাতিৰ স্বাৰ্থতকৈ নিজ স্বাৰ্থ আগ কৰি ফুৰা কিছুমান নিজ দেশীয় লোকৰ ইতিকিং সহি অহা "অসম দেশ অসমীয়াৰ বাবেহে" এই নীতি অৱলম্বন কৰি প্ৰাণপণে কাম কৰিবলৈ সাজু হৈছে।

এইসময়ত আমাৰ কৰ্তব্য কি? আমাৰ প্ৰথম কৰ্তব্য হ'ব এই সুবিধাবাদী 'নেতাদল'ক থহাই পেলোৱা। যিসকল নেতাই প্ৰকাশ্যেও ক'ব পাৰে গৱৰ্ণমেণ্টে যি কৰে কৰিবই, যিসকলে ক'ব পাৰে ক্ষমতাশালী বিদেশীৰ লগত যুঁজিবা কেনেকৈ, যিসকল নেতাই ক'ব পাৰে কানীয়া অসমীয়া জাতিটোক লৈ কি কৰিবা, সিকল নেতাই আজি যিবিলাকৰ শাৰীত বহি ভোজভাত খাবলৈকো নাৰাজ, কাইলৈ আকৌ তেওঁবিলাকৰ আগত দিয়া পাতথন পৰ্যন্ত চেলেকিবলৈ ভাল হয়! সেইসকল অব্যৱস্থিত-চিত্ত নেতাৰ ( Qaadramaneus activities ) অৰ্থাৎ লম্ফ-জম্ফ কৰি দেখুৱা কাৰ্যকে দেশহিতকৰ কাম বুলি নধৰি তেওঁবিলাকক হুৱাই দি তেওঁবিলাকক নিজ ঠাই বিচাৰি লব'লৈ এৰি দিয়াই ভাল হ'ব। জনসাধাৰণৰ মাজত ৰাজনৈতিক শিক্ষা নোহোৱা দেশত এই শ্ৰেণীৰ নেতাই সাধু-সন্ন্যাসীৰ বেশেৰে অহা লোকৰ দৰে সহজে আমাৰ দেশত ঠাই পায় এই কথাটোও এটা ডাঙৰ বিপদ। তাৰ লগতে অফিছ কাছাৰী বহোৱাৰ দিনত 'দেশৰৰীয়া নেতা'সকলো আন এটা ডাঙৰ বিপদ। এওঁলোকেনো কতৰকম ভঙ্গীৰে কথা নকয় তাক কৈ শেষ কৰিব কোনে? দেশে এতিয়া এনেবিলাক নেতাই সময়ে সময়ে থৰবাগৰ মাৰি অহা প্ৰমাণ পাই আহিছে। কাজেই তেওঁলোকৰ বিষয়ে আৰু অধিক কথা নকলেও হ'ব। এওঁলোক "বসুধৈব কুটুম্বকম"। এবাৰ "অসমত বিদেশীৰ ঘিটঘিটনি কিয়", এবাৰ "অসমীয়া ভাষা সাহিত্য-কৃষ্টি দদয়দস্তৰ" লোপ পোৱা দেখি চকুলো টোকা, ঘূৰিবাৰ হয় "বিশুদ্ধ বঙালী হাইস্কুল" মন্ত্ৰনত অসমীয়া জাতিলৈ অমৃত উলিওৱা বিধৰ লোক। এই শ্ৰেণীৰ দেশহিতৈষী যিমানেই জগত-প্ৰসিদ্ধ

নহওক এমুঠি অসমীয়াই সেই কথাৰে তৰিব নোৱাৰে। তেওঁলোকে এতিয়া নিজক নেতা হিচাপে অলপ সৰুটি কৰি হ'লেও অসমীয়া জাতিক আছুতীয়াকৈ বাঢ়িবলৈ দিবৰ নিমিত্তে স্বকীয়া ৰাজনৈতিক ক্ষেত্ৰ তৈয়াৰ কৰি লবই লাগিব। তাকে নকৰিলে, এওঁলোকে যিমান ৰাজনীতিজ্ঞই নহওক, খোজত টিকা লৰি যোৱা বাজী গাইৰ দৰে হালৰ বাহিৰে থিৰতী হৈ সন্তানৰ মুখত গাখীৰ যাচিব নোৱাৰে। এনে গাখীৰৰ সৰ-মাখন-ঘিউ খাবলৈ আশা কৰা যে বিড়ম্বনাই।

"অসমদেশ অসমীয়াৰ বাবেহে" এই মূলমন্ত্ৰ লৈ কাম কৰিবলৈ বৰ্তমানৰ নেতাসকলৰ গাত প্ৰকৃততে আন্তৰিকতা আছেনে, নাই নিজৰ দলৰ দলপতি হিচাপে প্ৰাধান্য (?) ৰক্ষা কৰিবলৈকে দেশৰ গতিগোত্ৰ চাই সময়ে সময়ে এনে সংৰক্ষণ নীতিত থাপ একোটা মাৰে, সেই কথা দেশবাসীয়ে এতিয়া গভীৰভাবে চিন্তা কৰি চোৱা উচিত। দেশে এতিয়া স্পষ্টভাষাৰে তেওঁলোকক ক'ব লাগিব—নেতাসকলৰ নেতাভিমানতকৈ দেশৰ অভিমান ডাঙৰ বস্তু। তেওঁবিলাক যিমানেই ডাঙৰ নেতাই নহওক, 'জকাইচুক' অসমদেশখনকহে তেওঁলোকে মনত আগ কৰিব পাৰিব নে নোৱাৰে সেই কথা প্ৰকৃততে আমাক জানিবলৈ দিয়ক।

'নীতি' বোলা বস্তুটো নিতে নিতে এৰিবপৰা বিধৰ নহয়। গছে ছাল-বাকলিবিলাক সদায় থহাই আছেও আৰু আনেও থহাই থাকিব পৰা বস্তু। কিন্তু তাৰ ঘাই শিপা ডালত ঘা অকণ লগালেও বিপদ। আমাৰ নেতাসকলে এই কথা সম্পূৰ্ণৰূপে হৃদয়ঙ্গম কৰি 'নীতি'ৰ উচিত্ব কিমান দলৈকে আছে সেই কথা নেভাবি-নিচিন্তি সোঁতত গা ঢালি দিলেই যে তেওঁলোকেহে সোঁত বোৱালে এনে কথা হ'ব নোৱাৰে।

ৰাজনৈতিক ক্ষেত্ৰত যেতিয়াই যি সুবিধা তাকে গ্ৰহণ কৰি আনৰ চকুত ধূলি মাৰি চলিলেই দেশ উদ্ধাৰ হ'ব এনে কথা নহয়। কাজেই, আমাৰ নেতাসকলে আজি এই কথা এই সম্মিলনত, কাইলৈ সেইখনত, আজি নিজৰ এটাক সৰুৰপৰা ধৰলৈকে খুটি লুটি চাকৰিত সুমাই দি কাইলৈ "লৰাটো গোলাম নকৰিবা" বুলি আনৰ ল'ৰাক উপদেশ দিয়া, ৰায়ত সভাত এক কথা কৈ ৰাষ্ট্ৰসম্মিলনত আন কথা কোৱা—ইত্যাদি শেনৰ একজাত বুলি য'তে ত'তে কথা কৈ পোনাই নিব পৰা স্বভাৱ এৰি দিব লাগিব। আজি



"অসম দেশ অসমীয়াৰ বাবেহে" বোলা নীতি অনুযায়ী নীতি তেওঁলোকে কি কৰ্মপদ্ধতি হাতত লৈ কাম কৰিবলৈ ওলাইছে সেই কথা আমাক জানিবলৈ দিয়ক।

সময়ে সময়ে একোটা বিবৃতি দিলেই এতিয়া নচলিব। আজি তৰুণ অসমৰ আগত "অসম দেশ অসমীয়াৰ বাবেহে" এই মন্ত্ৰ গায়ত্ৰীৰ বীজ-মন্ত্ৰতকৈও বেছি পৱিত্ৰ বুলি সকলো নেতাই যেন মনত ৰাখি কাম কৰে। আজি ইংৰাজ শাসনৰ দিন ধৰি আমাৰ পূৰ্বপুৰুষৰ উদাসীনতা, গৱৰ্ণমেণ্টৰ দেশবাসীৰ প্ৰাণৰ কথা বিষয়ে অজ্ঞতা, এই দুই কথাই আজি অসমীয়াৰ অস্তিত্ব লোপ পোৱাৰ লগীয়া অৱস্থালৈ আনিলে।

দেশত এতিয়া সুবিধাবাদৰ দিন উকলিল। নেতাসকলে দেশৰ এই সন্ধিক্ষণত এই কথা মনত ৰাখি কাম কৰে যেন।

[ ১৬ আহিন, ১৮৫৭ ॥ ৩ অক্টোবৰ, ১৯৩৫ ]

## অসম এছোচিয়েশ্বনৰ অধিৱেশন

আজি অসম এছোচিয়েশ্বনৰ বিশেষ অধিবেশন বহিব। অসমীয়া জাতিৰ এই সন্ধিক্ষণত মৃতপ্ৰায় এই এছোচিয়েশ্বনেও আকৌ মূৰ দাঙি চাব পৰা হোৱাটো জীৱ অহাৰ লক্ষণ।

আমি সাগ্ৰহে বাট চাই থাকিম আজি এই অসম এছোচিয়েশ্বনে অতকালৰ অভিজ্ঞতাৰে অসমীয়া জাতিক কি পথ দেখুৱাই দিয়ে। আমি অসম এছোচিয়েশ্বনৰপৰা ঘাইকৈ আশা কৰিম এই কেইটা কথাত একমত :—

(১) শ্ৰীহট্ট বিচ্ছেদ সম্পৰ্কে কোনো 'যদি' নেথাকিব। চিলট বাদ দিব লাগে এই কথা সৰ্ববাদীসম্মত হ'ব লাগিব।

(২) আমাৰ যে সদায় ধাৰকে লাগিছে আৰু বাজেট নিয়মীয়া কৰিব পৰা নাই, ইয়াৰ মূলতে চিলটৰ ব্যয়াধিক্য এই কথা চবভেনচন্ কমিটীৰ আগত প্ৰমাণ কৰিবলৈ সঁজুলি লৈ সাজু হওক।

(৩) যেতিয়া প্ৰত্যেকখন প্ৰদেশেই ভাষাৰ ভেটিত থিয় হোৱা স্থিৰ কৰা হৈছে, চিলট আমাৰ অঙ্গীভূত হ'ব নোৱাৰে। তাতোকৈ নোৱাৰিব

বঙালী সভ্যতাৰ প্ৰভাৱে আমাৰ জাতীয় শিক্ষা-দীক্ষাৰ মাজত পোহৰ পেলাবলৈ। এই কাৰণে অসম উপত্যকাত শিক্ষাৰ একমাত্ৰ বাহন ( medium ) অসমীয়া হে হ'ব পাৰিব। এই সম্পৰ্কে 'যদি' 'কিন্তু' কোনো ৰকম 'যদিস্যাৎ' প্ৰস্তাৱত যেন ঠেলি নোসোমায়।

(৪) চকুত ধূলি মৰা ডমিচাইল্ডতকৈ নেচুৰ'লাইজদ সংজ্ঞা গ্ৰহণ কৰি থিলঞ্জীয়া হৈ যোৱা বিদেশীক অসমীয়াৰ সকলো স্বত্ব দান কৰা।

(৫) অসমীয়া মুছলমান সম্প্ৰদায়ে চাকৰি আদি বিষয়ত ভাগ কৰাত যদি কোনো অংশ বেছিকৈ পাব খোজে সেই কথা নিৰ্ভৰ কৰিব মৈমনচিঙিয়া আৰু অন্যান্য মুছলমান ছেটলাৰ্ছসকলক একমত কৰি অসমীয়া মুছলমান সম্প্ৰদায়ৰ কলীয়া কৰি লব প'ৰা কথাত, আৰু সেই ছেটলাৰ্ছসকলে অসমীয়া ভাষা স্পষ্ট ভাৱে গ্ৰহণ কৰা প্ৰতিশ্ৰুতিত আৰু কাৰ্যত। যদি অসমীয়া মুছলমান সম্প্ৰদায়ৰ কোনো এক ভাগে বা এছোচিয়েশ্বনে এই বিষয়ে কোনো এটা সিদ্ধান্তত উপনীত হয়, তেওঁবিলাক বাকীসকলৰ বাবে গাৰাণ্টি থাকিব লাগিব। নহলে সেই সিদ্ধান্ত সাপেক্ষিক ( conditional ) বুলি গ্ৰহণ কৰিব লাগিব।

(৬) নগা হিলছ্ আৰু তেনে পৰ্বতীয়া জিলাবিলাকত অসমীয়াৰ শিক্ষা দিব লাগিব।

(৭) অনুন্নত সম্প্ৰদায়ৰ 'ছিট্' লৈ তেওঁবিলাকৰ মাজত যাতে কোনো এটা সম্প্ৰদায়ে আন এটাৰ ওপৰত সুবিধা ল'ব নোৱাৰে।

(৮) বনুৱা সমষ্টিৰে ( External Communities ) আৰু পিছপৰা ঠাইৰ ( Backward tracts ) লোকসকলৰ মনত জনসাধাৰণৰ পৰা তেওঁলোক স্বকীয়া শ্ৰেণীৰ লোক এনে ভাৱ যাতে আহিব নোৱাৰে তাৰে ব্যৱস্থা কৰা।

ইয়াৰ বাহিৰেও বিশ্ববিদ্যালয়, হাইকোৰ্ট স্থাপন আদি যিবিলাক বিষয় স্বায়ত্ব শাসনৰ প্ৰদেশ এখনত পোৱা উচিত তাৰ এটা আমি পাবই লাগিব। পেট্ৰল ডিউটিখিনি বা তাৰ এটা জোখাৰে অংশ দিলে আমি আন কালৈকো হাত পাতিব নেলাগে। তাৰ বাবে বঞ্চিত হৈহে আমি মৰিছোঁ।

আমাৰ সম্পূৰ্ণ বিশ্বাস, আজিৰ সভাই এইবিলাক কথাত একমত হৈ স্থিৰ কৰিব। এই সন্ধিক্ষণত আমি একমত হৈ কাম কৰিব নোৱাৰিলে



নহব। বৰ্তমান সময়ত আমাৰ একমাত্ৰ ধ্যান হ'ব লাগিব কিদৰে গোটেই অসমীয়া জাতিটোক ৰক্ষা কৰিব পাৰিব।

আমাৰ আদৰ্শ আজি ফট্‌ফটীয়া হৈ ওলাই পৰিছে। বৈধ উপায়ে আমি সিদ্ধি লাভ কৰিবই লাগিব। সেয়ে পুৰুষোচিত নিয়ম বিধি হ'ব লাগিব। ৰাজনৈতিক ক্ষেত্ৰত 'আপোচ' বোলা কথাষাৰেই শেষ কথা। কিন্তু, সেইবুলি কোনোমতে টাপলি মাৰি পিছ মুহূৰ্ততে ফিচিকি যোৱা হ'লে কোনো কামৰ নহ'ব।

আমি আদিৰেপৰা কৈ আহিছোঁ দেশে দল বিচৰা নাই। দলেহে দেশখন বিচাৰি ল'ব লাগিব। আজি অসমীয়া জাতিৰ অস্তিত্ব ৰক্ষা কৰিবলৈ যিবিলাক বিষয় আমি হাতত লোৱা উচিত, তাক লৈছোনে নাই লোৱা সেই অনুসৰিহে দেশে আমাক ব্যক্তিগতভাবে বা দল হিচাপে বিশ্বাস আৰু সন্মান কৰিব। সেই কাৰ্যক্ৰম বা প্ৰোগ্ৰেমহে নেতৃদলে ব্যক্তি বা দলক দিব। ব্যক্তি বা দলৰ ইচ্ছানুযায়ী সেই প্ৰোগ্ৰেম তৈয়াৰ হ'ব নোৱাৰিব। আজি দেশে অৰ্জুনকো নেচায়, পাণ্ডৱলৈকো মন নকৰে। লক্ষ্যবিদ্ধ হলনে নহল সেই কথালৈহে উদ্‌গ্ৰীৱ হৈ থাকিব।

আজিৰ অসম এছচিয়েশ্বনৰ সমালোচনা আৰু দুদিন পাছত অসম সৰ্বদল সম্মিলনত এই ভাবে যেন প্ৰৱল হৈ দেখা দিয়ে। এই প্ৰেৰণা নাহিলে সকলো কথা নফঁপা মাত্ৰ হৈ পৰিব।

[ ২০ অক্টোবৰ, ১৯৩৫ ]

## অসমৰ সমস্যা

অসমৰ সমস্যা ( Problems of Assam ) এই সম্পৰ্কীয় প্ৰবন্ধ এটা ২৯ অক্টোবৰৰ 'অমৃত বজাৰ' পত্ৰিকাত ওলাইছে। তাৰ কথা মানুহক নকলেও হ'ব। অসমীয়া জাতিৰ স্বাৰ্থৰ বিপক্ষে চলা এজন চিলটীয়া 'অমৃত বজাৰ' হাঁফত থাকি কি দৰে সদায় "অমৃতৰ ঠাইত বিহ" ঢালি আছে সেই কথাও অসমীয়া জাতিয়ে ভালদৰে জানে।

এতিয়া সিদিনা শিৱসাগৰত বহা 'অসম সৰ্ব দল সন্মিলন'ত সভাপতিৰ

অভিভাষণ সমালোচনা কৰি 'অমৃত বজাৰ'ৰ সম্পাদকে কলিকতাৰ বজাৰত ঢোল পিটি শুনাইছে যে শ্ৰীহট্ট বিচ্ছেদ আন্দোলন নগণ্য কিছুমান অসমীয়া লোকৰ কাম। শ্ৰীহট্টৰ অবিসম্বাদী নেতা ব্ৰজেন্দ্ৰনাৰায়ণ চৌধুৰীকে আৰম্ভ কৰি একালত বৰ্তমাৰ অসম গৱৰ্ণমেণ্টৰ লাগী তিৰোতাৰ দৰে হৈ পৰা ৰায়বাহাদুৰ প্ৰমোদচন্দ্ৰ দত্ত ডাঙৰীয়ালৈকে কিদৰে চিলট বঙ্গদেশভুক্ত কৰিবলৈ আন্দোলন কৰিছিল সেই কথা সহযোগীয়ে পাহৰিলে। তেওঁ দেখিছে সম্মিলনৰ সভাপতিৰ অভিভাষণত অযুক্তি, অবিচাৰ ইত্যাদি। তেওঁ এতিয়াও ক'ব খোজে চিলট এৰি অসমৰ অস্তিত্ব নৰব। কিয়নো অসম দেউলীয়া প্ৰদেশ। আমি সোধোঁ অসম দেউলীয়া হ'ল কাৰ বাবে? কোৱাৰ কোনো সকাম নাই। কেৱল কথাৰ মূৰতহে কথা কোৱা হৈছে।

এতিয়া অমৃত বজাৰ পত্ৰিকাই ডাবি দি কৈছে "অসমীয়া জাতিয়ে জনা উচিত অসম দেশখন অসমীয়াৰ নহয়। চল্লিচ লাখ বঙলা ভাষা-ভাষী লোক অসম উপত্যকাত বেচি।" তাৰ পাছত অসমক ভয় খুৱাইছে "এইদৰে যদি নিৰৰ্থক আন্দোলন হয় তেন্তে অসমীয়াৰ অস্তিত্ব একেবাৰে লোপ পাব। বঙলা ভাষা-ভাষী বঙালীসকলে নিজৰ প্ৰাধান্য দেখুৱাব। এই সময়ত বঙালীসকল যদি নিয়মমতে সংঘবদ্ধ হয়, তেন্তে তেওঁবিলাকে নিজৰ স্বাৰ্থ ৰক্ষা কৰিব পাৰিব। অসমীয়া নেতাসকলে নেপাহৰিব, অসম একেবাৰে দেউলীয়া প্ৰদেশ" ইত্যাদি।

আচৰিত কথা যে বঙালীসকলে সদায় যি কেইটা আনুমানিক যুক্তি দি অসমীয়াৰ জাতীয়তাৰ গাত বাগী কুঠাৰ মাৰিবলৈ ওলাইছে সেইবিলাক যুক্তি চাৰিওফালৰপৰা খণ্ডালেও তাকে বাৰে বাৰে তেওঁলোকে দৰ্শাই আছে।

তেওঁবিলাকে অসম দেউলীয়া প্ৰদেশ বুলি সদায় কয়। এই বিষয়ে গৱৰ্ণমেণ্টে চিলটত কিমানখিনি টকা বেছি খৰছ হয়, তাকো স্বীকাৰ কৰিবলৈ বাধ্য হৈছে। তেন্তে সেই কথাই অসমীয়া জাতিৰ দাবী আৰু দৃঢ়ভাবে সমৰ্থন নকৰেনে? অসমত আচল বঙালীৰে সংখ্যা এমুঠি। চেঞ্চাছ ৰিপোৰ্টত বহুতক মিছাতে বঙালী বুলি ধৰা হৈছে। তদুপৰি জ্ঞানী-সকলে যে কিদৰে আন আন বিদেশীসকলকো বঙালী বুলি বুজাব খোজে তাৰ প্ৰমাণ আমি পদে পদে দিনে-ৰাতিয়ে দেখি আছোঁ। সিমানতো



অসমীয়াতকৈ বঙলা-ভাষা কোৱা লোকৰ সংখ্যা অধিক। এই কথা তেওঁবিলাকে হকে-বিহকে কবই লাগিছে।

আমি কওঁযে এটা উন্নত জাতিয়ে জানি-শুনি সজ্ঞানে এইদৰে ঢুটা ঘাই কথাত সদায় মিছা যুক্তি দি নানা ধৰণৰ ৰহন সানি আমাৰ মাজত বহিৰাগতৰ প্ৰতিপত্তি আৰু প্ৰভাৱ বিস্তাৰ কৰি ইফালে চাকৰি বাকৰি সকলোখিনি আত্মসাৎ কৰি অসমীয়াৰ অস্তিত্ব ৰঘুমলাই বৰ গছকো চেপি খুন্দি মাৰি অনাৰ দৰে মাৰি আনিবলৈ কাৰবাৰ কৰে। তেনেবিলাক জাতিৰ লগত সংশ্ৰৱ যিমান কম কৰা যায় সিমানেই দেশৰ মঙ্গল। সেইকাৰণে চিলট যাব লাগে। অসমত থকা বঙালীসকল অসমীয়াৰ মাজত মিলি-জুলি অসমীয়া ভাবাপন্ন হ'ব লাগে। অসমীয়া জাতিৰ আজি ইমানতো বুজিবলৈ বাকী আছে নে যে এতিয়া যি সময়ত আমি "অসম দেশ অসমীয়াৰ" বুলি ভাবি আছোঁ, সেই সময়ত অসমত থকা এমুঠি লোকে আমাৰ অস্তিত্বকো থাকিবলৈ নিদিওঁ বুলি ভয় খুৱাইছে। আৰু আমি তেওঁবিলাকক "বিশুদ্ধ বঙালী হাইস্কুল" হেনো দিব লাগে এইদৰে ভবা 'বদন'ও আমাৰ মাজত ওলাইছে।

অসমীয়া জাতি আজি বিচলিত হৈ আত্মঘাতী হ'বৰ দিন নাই; "অসমদেশ অসমীয়াৰ বাবেহে", এই দৈৱবাণী শেষ মুহূৰ্তলৈকো নেপাহৰে।

[ ১৫ কাতি, ১৮৫৭ ॥ ১ নৱেম্বৰ, ১৯৩৫ ]

## বোৱা-কটা কাম

আমাৰ দেশত বোৱা-কটা কাম ভাত-মাছৰ লগৰ আছিল। আমাৰ দেশ শিপিনীৰ দেশ। আমাৰ দেশত গধুলি ল'ৰা-ছোৱালীৰ খিকিন্দালি, জীয়াৰী-বোৱাৰীৰ যঁতৰ ঘূৰোৱা, বুঢ়ী আইৰ নেওঠনিৰ মাত, জকাত সূতা সিজোৱা, ৰান্ধনীৰ ভাতৰ উতলৰ লগে লগে চলি থকা বস্তু আছিল। দিনত সেইদৰে চোতালত তাঁত বাতি, তাঁতশালত মাকোৰ অহাযোৱা, ফুলবছা ইত্যাদি কামে গৃহলক্ষ্মীক ভোল যোৱাই ৰাখিছিল। সেইকাৰণে অসমীয়া মানুহক ভাত-কাপোৰে কোনো কালে নাটনি বোলোৱা নাছিল।

সেইকাৰণে অসমীয়া মানুহে আঁঠুৰ তল নোহোৱাকৈ চুৰিয়া পিন্ধা নাছিল। অসমীয়া তিৰোতাৰ অঙ্গ-প্ৰত্যঙ্গ ঢাকি নাৰীৰ সৌন্দৰ্য বঢ়াবলৈ লজ্জা নিবাৰণ কৰিবলৈ কাপোৰে নাটনি বোলোৱা নাছিল। সেইকাৰণে অসমীয়া মানুহৰ ঘৰৰ বেৰে-ছালে পাট-পলু বগাই সূতাৰ সূতলাহি উলিয়াই দিছিল। অসম সেইকাৰণে পাজিশেৰীয়াৰ দেশ আছিল। সেইকাৰণে একেখন তাঁত-পাট বেটীৰপৰা ঘৈণীলৈকে সমানে শুচি আছিল। সেইকাৰণেই অসমীয়া তিৰোতাৰ সাজপাৰ আজিও চকুত লগা, পাট-মুগা, মেজেঙ্কৰী, জপাত তিনি-চাৰি পুৰুষ ভাঁজে-ভাঁজে থোৱা বস্ত।

এনে হাতৰ কাম ক'লৈ গ'ল? কলকাৰখানাৰ দিনত যেতিয়া কলত বোৱা কাপোৰকানি দেশলৈ আহিবলৈ ধৰিলে তেতিয়াৰপৰা নেওঠনিৰ মাত মৰিল। তাঁত-পাট ৰ'দত ছিৰাল ফটা দিলে। মাকো হাতৰপৰা সৰি পৰিল। গৰকা মেকুৰীৰ মূৰত টাঙোন মৰা লাঠি হ'ল।

১৯১৬ চনত যি ইণ্ডাষ্ট্ৰিয়েল কমিশ্যন বহিছিল তাত ঘৰুৱা বিষয়ে আলোচনা হয়। কিন্তু এই বিষয়তকৈ দেশ ইণ্ডাষ্ট্ৰিয়েলাইজদ কৰা কথাতহে বেছি জোৰ দিয়া হৈছিল। যি হওক, দেশত যেতিয়া কৃষিপ্ৰধান আৰু লগে লগে ঘৰুৱা শিল্পবিলাক লোপ পাবলৈ ধৰিলে তেতিয়া খেতিয়ক শ্ৰেণীৰ স্বভাৱতে অৱস্থা বেয়ালৈ ঢাল ল'লে। তাতে খেতি-বাতিত আমাৰ মানুহে বাৰমাহ নকটায় আৰু কটাবৰ দৰকাৰো নপৰে। এই বিষয়ে আমি বাতৰিত পূৰ্বেও বহুত বাৰ আলোচনা কৰি আহিছোঁ। মহাত্মাই কিছুদিন পূৰ্বে কৈছিল যে কলকাৰখানা ভালনে বেয়া সেইটো স্থিৰ কৰিব এটা কথাই। কথাটো হৈছে, সি দেশত কিমান বনুৱা সৃষ্টি কৰে আৰু কিমানক ভাত দিয়ে। এয়ে আচল কথা। আজি আমাৰ দেশত শতকৰা ৯০ জন লোকেই যদি খেতি-বাতি কৰি খায় আৰু সেইবিলাক খেতিয়কে বাৰমাহৰ ভিতৰত ৭।৮ মাহ মানেই আজৰি হৈ থাকিবলৈ পায়, সেই আজৰি বতৰত নিশ্চয় কোনো এটা হাতৰ কাম কৰিব পাৰিলে দুটকা উপাৰ্জনৰ থল হ'ল বুলিব পাৰি।

সেই হিচাপে চালে ঘৰুৱা শিল্প আমাৰ গাঁৱলীয়া জীৱনত মুনিহ তিৰোতা উভয়লৈকে অতি লাগতিয়াল কথা। এতিয়া দেশত দুটা কথাৰ দৰকাৰ। এই আজৰি বতৰত পুৰুষসকলে গাঁৱত লাগতিয়াল বাৰমাহৰ যি সময়ৰ



যি খেতি তাক কৰিবলৈ শিকা আৰু তাৰ লগে লগে সৰু সৰু আৰ্টিজেন শ্ৰেণীৰ কাম হাতত লোৱা—যেনে গাড়ীৰ চকা সজা, দা-কটাৰী-নাঙলৰ কাম, বেতৰ পাচি-খৰাহী সজা, কাঠ মিস্ত্ৰীৰকাম ইত্যাদি সৰু সৰু কামৰ একোটা কাৰখানাৰ দৰে স্থাপন কৰা। ভিতৰত তিৰোতাসকলে বোৱা-কটা কৰা, পাট-পলু পোহা, কপাহ লোৱা ইত্যাদি লাগতিয়াল কামবিলাক ছেগ চাই আজৰি বুজি কৰি থাকি আনন্দ পাবলৈ শিকা। এই ব্যৱস্থাই গাৱঁৰ domestic economyত ৰাহিকৰি ঘৰ চলোৱা কামত খুব সহায় কৰিব। চকুৰ আগত ইয়াৰ ফলাফল দ'ম খুৱাই দেখা নেযায় যদিও ভিতৰুৱা টনা-আজোৰাৰপৰা এটা পৰিয়ালক সততে ৰক্ষা কৰিবলৈ যথেষ্ট।

এতিয়া বোৱা-কটা বিষয়ে গৱৰ্ণমেণ্টৰ যেতিয়া এটা সুকীয়া বিভাগ সৃষ্টি হৈছে আৰু যেতিয়া সেই বিষয়ে ভাৰত গৱৰ্ণমেণ্টে প্ৰত্যেক প্ৰদেশকে একোটা বেলেগ গ্ৰাণ্ট দিছে, এই বিষয়ে দেশত তাঁত-পাট আকৌ যাতে চেঁচা পৰিবলৈ নেপায় তাৰ সুচিন্তিত দিহা হোৱা উচিত।

সময়মতে গৱৰ্ণমেণ্টৰ বোৱা-কটা বিভাগে ঠায়ে ঠায়ে একোটা ক'অপাৰেটিভ হেণ্ডলুম ছচাইটি পাতি দি ১৫।২০খন শালৰ মাজত একোটা ছচাইটি কৰি সেই শালে বোৱা-কটা কাপোৰ-কানিৰ বজাৰ মাৰ্কেটিং অফিচাৰে উলিয়াই দিয়া কৰি দিয়ক। মানুহে তাৰ উপকাৰ চকুৰ আগত দেখি আগবাঢ়িব।

[ ১৭ কাতি, ১৮৫৭ ॥ ৩ নৱেম্বৰ, ১৯৩৫ ]

## মাটিৰ খাজনা ৰেহাই

১৯৩২-৩৩ চনৰপৰা অসম গৱৰ্ণমেণ্টে টকাত ৵ অনা খাজনা ৰেহাই দিয়াত বছৰি ৰায়তে ১৫ লাখ টকাৰ খাজনা মাফ পাই আহিছে। বৰ্তমান সময়ত খেতিৰ অৱস্থা অলপ ভাল আৰু বজাৰ ভাও আগতকৈ কিছু উঠিছে বুলি গৱৰ্ণমেণ্টে হেনো অনুসন্ধান কৰি পাইছে। তথাপি, ৰায়তৰ অৱস্থা আন কেবা প্ৰকাৰেও টনা-আজোৰা লগা হৈয়ে আছে। তদুপৰি বহুতৰ খাজনা বাকী পৰি আছে আৰু কৃষি-ঋণো পৰিশোধ কৰিব লাগে।

এইবিলাক কথা বিবেচনা কৰি গৱৰ্ণমেণ্টে এই বছৰো আগৰ দৰে টকাত ৵ অনা খাজনা মাফকৈ ৰাখিবলৈ স্থিৰ কৰিছে। অৰ্থাৎ, ১৯৩৫-৩৬ চনতো এই মাফ দিয়া হ'ব।

চাহ বাগিচাৰ নিমিত্তে নিয়ম অলপ বেলেগ হ'ব। যোৱা বছৰ দাম পৰিল। এই বছৰ অলপ দাম উঠিব বুলি আশা কৰা হৈছে। গৱৰ্ণমেণ্টে যোৱা বছৰৰ দৰে এই বছৰো যিবিলাক বাগিচা লাইছেঞ্চিং কমিটিয়ে ( Uneconomic unit ) লোকচানৰ ঘৰত আছে বুলি দেখুৱাব সেইবিলাকক আগৰদৰে ৰেহাই দিয়া যাব। বাকীবিলাকৰপৰা পূৰা খাজনা আদায় কৰা হ'ব।

মাটিৰ খাজনা যে ৰায়তে নিয়মমতে শোধাব পৰা অৱস্থাত নাই সেই কথা গৱৰ্ণমেণ্টে বেছ বুজিব পাৰিছে। ৰায়তৰ অৱস্থা যে একেবাৰে তলি উদং সেই কথা কেঞা মহাজনৰ ঘৰত আজি এই কেইবছৰে কিমান অলঙ্কাৰ-পাতি, কাঁহী-বাতি, এৰি-মুগা-পাটৰ কাপোৰ আধিমুলি দামত গ'ল আৰু এতিয়াও গৈ আছে, সেই কথাৰ সন্ধান যদি গৱৰ্ণমেণ্টে লয় এই কথাৰ প্ৰমাণ পাব। আমি আজি খাজনাৰ হেঁচাত ৰায়ত কিমান দূৰ বিমোৰত পৰে সেই কথা বিশেষকৈ বুজাবলৈ নগলেও চৰিব।

ওপৰে ওপৰে চালে ৰায়তে খাজনাৰ ইমান ডাঙৰ হেঁচাতো কিয় পায় সেই কথা বুজা টান। কিন্তু, ৰায়তৰ পানীৰ তলৰ কাঁইট যদি মন কৰা যায়, তেন্তে বুজিবলৈ বেছি পৰ নেলাগিব।

সেইকাৰণে আমি সদায় কৈ আহিছোঁ, দেখুৱাই আহিছোঁ যে গাঁৱৰ মানুহক নিধকৱা কৰিব নোৱাৰিলে ৰায়তৰ হাহাকাৰ কোনো দিনে নুগুচে। তদুপৰি, বান-পানীৰ উপদ্ৰৱো বছৰেকীয়া গৰু-মহৰ বেমাৰৰ লগৰ হৈ পৰিছে।

কাজেই ৰায়তৰ অৱস্থা টনকিয়াল কৰিবলৈ হ'লে প্ৰথমতে অন্যান্য প্ৰদেশে হাতত লৈ সুফল পোৱাদৰে ( Debt consolidated Het ) ধাৰ সুজা আইন প্ৰণয়ন কৰি আপোচতে মহাজনৰ হাৰভঙা সুদত অনা ধাৰখিনি এৰাধৰাকৈ গৱৰ্ণমেণ্টে মৰাই দিব লাগিব। দ্বিতীয়তে, পশুবিভাগে আমি ১৩ অক্টোবৰ তাৰিখৰ বাতৰিত উনুকিয়াই অহা দৰে গৰুৰ সঁচ ভাল কৰা, মাৰি-মৰক কমোৱা, ভাল সাৰ দিয়া ব্যৱস্থা কৰক। তৃতীয়তে, কৃষিবিভাগে ভাল সঁচৰ কঠীয়া দিয়া বন্দৱস্ত ৰাখক আৰু দ বাম মাটি চাই আগতীয়া



শেহতীয়া আৰু বড়োধানৰ খেতি কৰিবলৈ ৰায়তক ভাল পৰামৰ্শ দি নিয়মমতে পৰিদৰ্শন কৰি খেতিটো তুলিব পৰা কৰি দিয়ক। ৰায়তৰ অৱস্থা তেতিয়া কিছুদূৰ ভাললৈ ঢাল ল'লে আপোনা-আপুনি আৰু দহোটা বুদ্ধি ওলাই দহফালৰপৰা দহটকা আৰ্জিবলৈ মন-গা উধুৱা হ'ব। ইয়াৰ লগে লগে চৰহা পোকে যে দেশত আজিকালি খেতি সদায় লোকচান কৰিবলৈ ধৰিছে তাৰ উপশম হোৱা ব্যৱস্থা নুলিয়ালে নচলিব। এই আটাইখিনি কথা কওঁতে, যেনে সহজ যেন দেখা গৈছে, কাৰ্যত সিমান সহজ কেতিয়াও নহয়। আৰু সেই কাৰণেই গৱৰ্ণমেণ্টৰ এইবিলাক ডিপাৰ্টমেণ্টৰ সৃষ্টিও হৈছে। পূৰ্বতে ইমানবিলাক ডিপাৰ্টমেণ্ট নাছিল। এইবিলাক কথাত ৰায়তক তাৰিবলৈকেহে টান কামকো সহজ কৰি আনিব পৰা এইবিলাক বিভাগ সৃষ্টি কৰা হ'ল।

ৰায়তে এতিয়া আগৰদৰে টকাত যি তিনি অনা খাজনা মাফ পাব সেইবাবে আমি গৱৰ্ণমেণ্টক শলাগিছোঁ। কিন্তু সেয়ে যথেষ্ট হ'ব নোৱাৰে। আজি কেইবছৰে সকলো সভা-সমিতিয়ে টকাত আঠ অনা ৰেহাই পাবলৈ খাটিছে। আমি দেখুৱাই আহিছোঁ যে চিলেটৰ শাসন ব্যয় যদি ১৪।১৫ লাখ টকাৰ অধিক খৰছ নহলহেঁতেন, অসম উপত্যকাৰপৰা যোৱা সেই ১৪।১৫ লাখ টকা বাচি গলহেঁতেন, সেইখিনি টকাকে যদি অসমৰ ৰায়তৰ খাজনাৰ বাবে মাফ দিলেহেঁতেন তেন্তে দেখাদেখি কঠাত আৰু তিনি অনা খাজনা মাফ দিব পৰা হ'লহেঁতেন। খাজনাৰ বাবে অসম উপত্যকাৰ ৰায়তৰ লামলাকটু পৰ্যন্ত নিলাম হৈছে। ইফালে সেই টোকোনা ৰায়তে শোধোৱা ধনৰ ৰাজহেৰে আমি চিলট বগাহাতী পুহিব লগা হৈছোঁ। ইয়াতকৈ বিধিৰ বিড়ম্বনা আৰু কিবা হ'ব পাৰেনে ?

ইমানতো চিলট নহ'লে অসমৰ খিতাতে মৰণ বুলি ক'ব খোজাসকলে নো কিহৰ মোহত পৰি এনে কথা কয়, কোনে এই বিষয়ে তেওঁবিলাকক আহুদি কৰিলে, তাক, এক ভগৱন্ত বস্তুৱেহে জানে ; আমি পথালিচকুৱা মনিচে হ'লে একো তত্ ধৰিব পৰা নাই। খিৰতী গাইৰ লগত বাঁজী গাই এজনী থলেই কৰিয়া চপচপীয়া হোৱা ক'তো শুনা নাই। ভাতৰ নিসনি সুপিকে বাঁজী জনীয়ে একে চোঁচাতে শুহি পেলোৱা হলে দেখা যায়।

[১৯ কাতি, ১৮৫৭ ॥ ৫ নৱেম্বৰ, ১৯৩৫ ]

## অসমীয়া জাতিৰ একমাত্ৰ কৰ্তব্য

আজি অসমীয়া জাতিয়ে বুজিবলৈ বাকী থকা নাই যে অসমীয়াৰ অস্তিত্ব লোভ পাবলৈ যিমানবিলাক আপদীয়া কথাই দেখা দিব পাৰে দিনে-ৰাতিয়ে দেখা দি আহিছে। অসমীয়া জাতিয়ে বুজিবলৈ বাকী থকা নাই যে এতিয়া নিজৰ অস্তিত্ব ৰক্ষা কৰিবলৈ হ'লে নিজ বাহুবলত নিৰ্ভৰ কৰিব লাগিব। অসমীয়া জাতিয়ে এই কথাও বেচ বুজি উঠিছে, চিলটথন অসমৰ লগত সাঙোৰ খাই থাকে মানে গৱৰ্ণমেণ্টেও ছুইনাও ছুইভৰি হৈ অসমীয়া জাতিক বিশেষ সহায় কৰিব পৰা নাই। অসমীয়া জাতিয়ে এই কথাও বেছ হৃদয়ঙ্গম কৰিছে যে বিদেশীৰ হেঁচাত জাতিটো পেন্দেকা উঠিবলৈকো বেছি দিন নেলাগিব। তাতোকৈও দিনে দিনে ভালদৰে বুজি উঠিছে যে অসমত থকা শিক্ষিত বঙালী ভাইসকলে আজি অসমীয়া সভ্যতাৰ গা-গছত বাগী কুঠাৰ মাৰিবলৈ উদ্যত। অসমীয়া জাতিয়ে তাতোকৈও দুখেৰে অনুভৱ কৰিছে এই সন্ধিক্ষণত দেশত কিছুমান 'বদনে' নিজৰ নিজৰ সুবিধা ছান্দি ফুৰিছে। দুৰ্বলচিত্তৰ কিছুমান ৰজাঘৰীয়া বিষয়া, দেশৰ নেতা নামধাৰী স্বাৰ্থপৰ দুই-চাৰিজনে এই সময়ত দেশৰ বাণী সাহেৰে প্ৰচাৰ কৰিবলৈ ভয় কৰিছে। ভাবিছে, নিজৰ সুখ-শান্তিয়েই একমাত্ৰ ধ্যানৰ বস্তু। এদলে ক'ব লাগিছে সভা-সমিতিৰ দৰকাৰ নাই, আন্দোলনৰ দৰকাৰ নাই, সৰ্বদল সম্মিলনৰ দৰকাৰ নাই। ৰাজনৈতিক ক্ষেত্ৰত এই সন্ধিক্ষণত কি কৰা উচিত সেই কথালৈ কাকতে-পত্ৰে লেখা-লেখি কৰি থকাৰ কোনো লাভ নাই। আমি এই শ্ৰেণী লোকৰ মানসিক গতি একো বুজিব নোৱাৰোঁ। তেওঁবিলাক মূঠতে বুৰঞ্জী নমনা লোক। ইতিহাসে কোনো দেশে আলোচনা আন্দোলন নকৰাকৈ জগতত ডিমক্ৰেচি স্থাপন হবৰ দিন ধৰি দেশত কোনো ৰকম পৰিৱৰ্তন ঘটাব পাৰিছে বুলি সাক্ষী নিদিয়ে। কাজেই, দেশৰ এই সন্ধিক্ষণত দেশবাসীক দাঁৰৰ বাতৰি দাঁৰে দি থাকিব। দেশবাসীয়ে দেশৰ প্ৰকৃত অৱস্থা দিনে-ৰাতিয়ে চকুৰ আগত ফটফটীয়াকৈ দেখি নেথাকিলে ব্যৱস্থা কৰাও সম্ভৱপৰ হৈ নুঠিব। এই সময়ত দ্বিধা, গ্লানিতকৈ সাহ আৰু বিশ্বাসৰ বেছি প্ৰয়োজন। দেশৰ হকে চিন্তা কৰা, কাম কৰা, কাকো সুধি কাম কৰা বিধৰ হ'ব নোৱাৰে।



প্ৰাণত তেনে আকাঙ্ক্ষাই ঠাই পালে সি পৰ্বতাকাৰ নৈৰ দৰে হাজাৰ শিলত ঠেকেচা নেখাওক, বাগৰি বাগৰি গন্তব্যস্থানলৈ যাবই যাব। তাৰ প্ৰতিৰোধ কৰা কাৰো সাধ্য নাই। দেশৰ অন্তৰত সেই প্ৰৱাহ বোৱাই দিব নোৱাৰিলে, জাতীয়তাৰ বলে দেশ ঢৌৱাই লৈ যাব নোৱাৰিলে দেশত সাৰুৱা পলস পৰি সুজলা-সুফলা কৰি তোলা টান।

আমি সময়ত দেশবাসীক আন্তৰিক বিশ্বাসেৰে ক'ব খোজোঁ, দেশত "অসম দেশ অসমীয়া"ৰ বাবেহে এই আন্দোলন বৈধ উপায়ে চলাবলৈ যেন দেশবাসীয়ে মুহূৰ্তলৈকো নেপাহৰে। উশাহ লবলৈ কেতিয়াও পাহৰিলেও এই কথা যেন নেপাহৰে। লগতে অৱশ্যে এই কথাও মনত ৰাখিব লাগিব অকল সেয়ে যথেষ্ট নহয়। কিন্তু সেই আন্দোলন চেঁচা পৰিবলৈ দিলে বাহী ভাত খাই পেটটি গেঠেলা হোৱাৰ দৰে হ'ব।

এতিয়া আমাৰ কৰ্তব্য ওলাই আছে। সেই কৰ্তব্য দুই ৰকমৰ। প্ৰথম—দেশত প্ৰচাৰ কাৰ্য, দ্বিতীয়তে লগে লগে সংগঠন। ৰাজনৈতিক সংগঠনমূলক কামত এতিয়া আমাৰ প্ৰধান কৰ্তব্য হ'ব শ্ৰীহট্ট বিচ্ছেদত বৈধ উপায় অৱলম্বন কৰা, অসম বিশ্ববিদ্যালয়, অসম হাইকোৰ্ট স্থাপনৰ উপায় পদ্ধতি গ্ৰহণ কৰা। অৰ্থ অনাটনৰ বাবে চৰ্ ভেনচন কমিটিৰ আগত ধন বিচৰা অসমীয়া কাল্চাৰ ৰক্ষা কৰিবৰ নিমিত্তে অসমীয়া ভাষা-সাহিত্যৰ কাৰ্যকৰী পন্থা অৱলম্বন কৰা। এই বিষয়ে দেশত আন্দোলনৰ ফলত লাহে লাহে কাৰ্যপদ্ধতিৰ বাট কিছু কিছু দেশবাসীয়ে দেখি আহিছে। এতিয়া একমত হৈ এই বিষয়ে কাম কৰিলে কৃতকাৰ্য নোহোৱাৰ কোনো কাৰণ নাই। দেশৰ কাম ভুকুত কল পকোৱা বিধৰ নহয়। ইয়াতকৈ কঠিন তপস্যা আন একো হ'ব নোৱাৰে এই কথা সম্পূৰ্ণৰূপে বিশ্বাস কৰা উচিত।

দেশত লাগে এতিয়া অৰ্থ নৈতিক অসমীয়া স্বৰাজ স্থাপন কৰিব। দেশৰ বেহা-বেপাৰ আজি সকলোখিনি বিদেশীৰ হাতলৈ গ'ল। এতিয়া সেই বিষয়ে আমাৰ কি কৰা উচিত? দুটা উপায় আছে—প্ৰতিযোগিতা আৰু বৰ্জন। আনটো হৈছে নিজৰ যি আছে তাকে গ্ৰহণ। প্ৰতিযোগিতাত সম্প্ৰতি বিদেশীক আমি সতকাই পিছ পেলোৱা টান হ'ব। বৰ্জন কথাটো শুনিবলৈ যিমান সহজ কামত সিমান সহজ নহয়। আৰু তাৰপৰা যে

বিশেষ স্থায়ী ফল পোৱা যায় সিও নহয়। তেন্তে আচল কথা হৈছে স্বদেশী গ্ৰহণ। আজি এই স্বদেশী গ্ৰহণ কথাটো আমাৰ পক্ষে "অসমীয়া দোকান পোহাৰৰপৰা কিনা" আৰু নিত্য-প্ৰয়োজনীয় বস্তু যিমানদূৰ সম্ভৱ অসমীয়াৰ যি আছে সম্প্ৰতি তাকে ব্যৱহাৰ কৰা। আজি আমাৰ সম্ভোগৰ দিন নহয়। ত্যাগৰ মাজেদি দেশক আগবঢ়াই নিয়া উচিত হ'ব; দেশক আজি অন্তৰ্মুখ কৰি বাহিৰলৈ মুখ নেমেলি নিজৰ আথলত যি আছে তাকে সন্তোষ মনেৰে তৃপ্তিৰে খাই সুখ পোৱা। ইয়াত দেহমন কেতিয়াও পৰি নাহে। বৰং আত্মনিৰ্ভৰতাৰপৰা পোৱা সাম্য অৱস্থাই দেহ-মনৰ স্বাস্থ্য সম্পদ আৰু বঢ়াবহে।

আজি দেশত যেতিয়া বেহা-বেপাৰ কৰিব লাগে বুলি সকলোৰে বুজি উঠিছে, তেনেস্থলত যি য'ত যেনেদৰে পাৰে কান্ধত ভাৰ এখন লৈ হলেও নিজৰ বেহা-বেপাৰ সৰু-সুৰাকৈ নিজে কৰিম এই প্ৰতিজ্ঞা কৰক আৰু এক মূহুৰ্তও অপেক্ষা নকৰি ভাৰ এখন কান্ধত লওক। নিজৰ ইষ্টদেৱতাক ধ্যান কৰাৰ লগে লগে ভাবক যেন দিনটোত পাৰিলে অদৰ্কাৰী কোনো বস্তুকে বিদেশীৰ দোকানত পইচা ভাঙি নিকিনো। গাঁৱে-ভূঞে লোণ-তেলৰ দৰে সৰু-সুৰা দোকান দিবলৈ বেছি ধন নেলাগে। এনেবিলাক দোকান আমাৰ মানুহে দিবলৈ দৃঢ়প্ৰতিজ্ঞ হৈ আৰম্ভ কৰক, দেখিব সেইবিলাক ঠাইত বিদেশী দোকানীয়ে খৰালি খাই নেথাকে। এনেও সত্ৰ এৰিব। এইবিলাক কামলৈ ধনতকৈ মনৰ বল বেছি লাগে আৰু লাগে আন্তৰিক চেষ্টা।

[ ২১ কাতি, ১৮৫৭ ॥ ৭ নৱেম্বৰ, ১৯৩৫ ]

## মহাত্মাৰ ঈশ্বৰ

গৰুপোৱালি এটা গুলী দিয়ালৈ মহাত্মাই এদিন হিন্দুজগতত তোলপাৰ লগাইছিল। তেওঁ যেতিয়া শুনিলে পোৱালিটোৰ কোনো ৰকম ভাল হ'বৰ উপায় নাই, তেতিয়াই এই আদেশ দিলে। তেতিয়া মহাত্মাই কৈছিল, "life is greater than relegion"—ধৰ্মতকৈ জীৱন ডাঙৰ। আকৌ, সেইদৰে আৰু এজন ভাৰতৰ নৈষ্ঠিক ব্ৰাহ্মণকুলতিলক পণ্ডিত



মালবীয়াজীয়ে স্বাধীনতাৰ বাবে সিদিনা কৈছিল যে দেশতকৈ ধৰ্ম ডাঙৰ নহয়।

এতিয়া মহাত্মাই আকৌ কৈছে যে সত্যই সনাতন ঈশ্বৰ। তেওঁ কয় "সফলকাম হোৱা ধাৰণাৰ বশৱৰ্তী নহলে কোনো অন্বেষণেই ফলদায়ক নহয়। শূন্যৰ ধাৰণা কৰিলে শূন্য প্ৰাপ্তিহে হ'ব। ব্ৰহ্মাণ্ডখন সৃষ্টি হ'বৰপৰা জ্ঞানী-অজ্ঞানী সকলোৱেই একেটি সত্যকে মানি আহিছে। সেইটি হৈছে—আমাৰ সত্বা আছে যদি ভগৱন্তৰো সত্বা আছে। ভগৱন্ত যদি নাই, আমিও নাই। ভগৱন্তৰ সত্বা বিশ্বাস কৰিলেই মনুষ্য-সত্বাও অনুভূত হয়। সূৰ্যৰ স্থিতি যেনেকৈ, সনাতন ভগৱন্তৰ সত্বাও তেনেকৈ অধিকতৰ স্পষ্ট। এই জীৱন্ত বিশ্বাসেই জীৱনৰ অগণন সাঁথৰ ভঙ্গ কৰিছে। ইয়েই আমাৰ দুখ-দৈন্য উপশম কৰিছে। ইয়াৰ বলতেই জীৱন-ধাৰণ কৰিছোঁ আৰু ইয়েই মৃত্যুৰ সান্ত্বনা। এই বিশ্বাস থকা হেতুকেই সত্যৰ অন্বেষণ বিনোদজনক আৰু কষ্ট কৰাৰ সাৰ্থকতা। সত্য অন্বেষণৰ অৰ্থই হৈছে ভগৱন্তৰ অন্বেষণ। সত্যৰ সত্বা আছে দেখিহে ভগৱন্তৰো সত্বা আছে। সত্য আছে বুলি বিশ্বাস কৰা বাবেহে আমি সত্য অন্বেষণী-তৰণীত আৰোহণ কৰোঁক।"

সত্যাগ্ৰহী মহাত্মাৰ মুখত ই একো নতুন কথা নহয়। প্ৰতি নিশ্বাসেই তেওঁ এই কথা ভিতৰ-বাহিৰ কৰি নিজৰ মহামানৱত্বৰ প্ৰভাৱ চাৰিওফালে বিয়পাই দিব পাৰিছে। মহাত্মাৰ এই কথাই আমাৰ সাধাৰণলোকে ঈশ্বৰক খেপিয়াই জলে-স্থলে বিচাৰি ফুৰা সময়ত দেখুৱাই দিছে যে জীৱনত ঈশ্বৰক এৰি মুহূৰ্তও থকা টান। যিটো বস্তুৱে মানুহক অন্য সকলো কথাত অন্ধলা কৰি চকুৰ আগত ট-ট কৰে জলি থাকে, যাক দেখি নিমিষমাত্ৰও চকু পচাৰিবৰ সাধ্য নাই, সেয়ে জীৱনৰ শেষ বৰেণ্য বস্তু। সেয়ে ঈশ্বৰ, সেয়ে জলন্ত সত্য।

মহাপুৰুষসকলে এই সত্য দৰ্শন পাইছে বাবেই আজি মহাপুৰুষ। তেওঁবিলাকে একো-একোটা হেতুৰ মাজেদি এই ক্ষেত্ৰত উপনীত হয় ইমানেই কথা। সেই কাৰণেই আমাৰ শাস্ত্ৰজ্ঞসকলে কয়, সত্যৰপৰা নিমেষলৈকো যদি ভ্ৰষ্ট হয়, তেন্তে গোটেই বিশ্বব্ৰহ্মাণ্ড মুহূৰ্ততে চূৰমাৰ হ'ব।

বুদ্ধদেৱে জগতৰ ৰোগ-শোক-জৰা-মৃত্যুৰ মাজেদি এই সত্য অনুভৱ কৰিছিল বাবে আজি ৰাজসিংহাসনৰ তুচ্ছতা দেখুৱাই অহিংসা ৰাজ্যৰ

অধীশ্বৰ হৈ প্ৰত্যেকৰ হৃদয় অধিকাৰ কৰি আছে। দুৰ্বল মানুহক সেই সিংহাসনৰপৰাই শাসন কৰিছে।

হজৰত মহম্মদে লক্ষ বিগ্ৰহৰ মাজেদিও সেই একমেবাদ্বিতীয়ম্ সত্য সনাতন বস্তু দিব্য দৃষ্টিৰে দেখা পাইছিল বাবে চকুৰে দেখা চন্দ্ৰ-সূৰ্যৰ পোহৰকো তাৰ ওচৰত আন্ধাৰ বুলি তুচ্ছ পদাৰ্থ জ্ঞান কৰিছিল। এই সত্যৰ একমূৰ্তি হৃদয়ত দেখিছিল বাবেই আজি সাম্যবাদী ধৰ্ম এটা জগতত জ্বলন্ত সত্য হৈ জীয়াই আছে।

মহাপ্ৰভু যীশুখ্ৰীস্টই পিঙ্গত উঠিও ভস্মীভূত দেহাৰ মাজেদি দেখুৱাই দিলে প্ৰেমৰ সোঁত দেহাৰ মাজেদি সদায় কিদৰে বৈ আছে। এই অনন্ত প্ৰেমৰ সত্যই হৈছে একমাত্ৰ প্ৰাণ শীতল কৰা বস্তু। ইয়াক নষ্ট কৰিবপৰা দাহিকা শক্তি জুইৰ নাই।

যুগে যুগে এইদৰে মহামানৱনকলে এই একেটা সত্যকে ভাগে-ভাগে ঘোষণা কৰি আহিছে।

এই যুগৰো মহাত্মা মোহনচান্দ কৰমচান্দ গান্ধীয়ে কৰ্মযোগীবেশে অহিংসাৰ মাজেদি, ত্যাগৰ মাজেদি, দৰিদ্ৰনাৰায়ণ সেৱাৰ মাজেদি, দেশৰ স্বাধীন চিন্তাৰ মাজেদি সেই জলন্ত সত্যৰ উপাসনাত নিজৰ যথাসৰ্বস্ব আহুতি দিব পাৰিছে। ঈশ্বৰ সত্য বাবেই সকলো মিথ্যাৰ মাজেদিও জগত সত্য।

[ ২২ কাতি, ১৮৫৭ ॥ ৮ নবেম্বৰ, ১৯৩৫ ]

## অসমীয়া বেহা-বেপাৰ

অসমীয়া জাতিয়ে নিজৰ বেহা-বেপাৰ কৰি একালত সুখেৰে খাই-বৈ আছিল। বৰং অসমত আন দেশৰ বেহা-বেপাৰ অসমীয়া জাতি স্বাধীন হৈ থাকোঁতেও বৰ নাছিল। অসমীয়া জাতিৰ ভঁৰালত ভাত আছিল, গাত নিজৰ কানি-কাপোৰ আছিল, দেশত সোণৰূপ কমাই কাম চলাইছিল, কমাৰ, কুমাৰ, বাঢ়ৈ আদি সকলো ৰকমৰ কাম নিজে কৰি লৈছিল। দেশত সকলোবিলাক নৈ জান-জুৰি গাঁৱৰ বেপাৰী অহা যোৱাত দিনে-ৰাতিয়ে গম-গমাই আছিল। তেতিয়া অসমীয়া মানুহে বিদেশীৰ হাতে তুলি



দিয়া বস্তুৰে পেট ভৰোৱা নাছিল, বিদেশৰ টকাৰে বেহা-বেপাৰ কৰিবলগীয়া হোৱা নাছিল। কোনো কথাতে বিদেশী ভাবাপন্ন হ'বৰ দৰকাৰ পৰা নাছিল।

আজি ঠিক সেই অৱস্থাকে আকৌ ঘূৰাই আনিব লাগিব। আমি এই কথা ক'ব খোজা নাই যে বৰ্তমান যুগত সেই যুগৰ উপযোগী বেহা-বেপাৰকে চলাব লাগিব। আমি এই কথা প্ৰমাণ কৰিব খুজিছোঁ যে অসমীয়া জাতি বেহা-বেপাৰ নকৰা জাতি নহয়। কাজেই, আজি যদি আমি সময়ৰ সেই সাতামপুৰুষীয়া অভ্যাস নেপাহৰি কাৰবাৰত আকৌ হাত দিওঁ তেন্তে হাত আকৌ খৰকৈ চলিবলৈ ধৰিব। অনভ্যাসত হাত নচলা হৈছে, ইমানেই কথা।

এতিয়া আমি য'তে-ত'তে সৰু-বৰ সকলোৰকমে দোকান-পোহাৰ দিবলৈ কৃতসংকল্প হোৱা উচিত। লোণ-তেলৰ দোকানখিনিও যদি গাঁৱত অধিকাৰ কৰিব পাৰি, সিও এই ক্ষেত্ৰত আমাক এখোজ আগবঢ়াই নিব বুলি যেন সকলোৱে প্ৰাণৰপৰা বিশ্বাস কৰে। জাতিৰ জাগৰণ—এনেবিলাক সৰুসুৰা বাটেদিহে প্ৰথমতে ভুমুকি মাৰে। ক্ষেত্ৰ তৈয়াৰ হৈ অহাৰ লগে-লগে পাছত কাৰাজৰ খোজত আগবাঢ়িবলৈ ধৰে। এই কথাত অবিশ্বাসী কাপুৰুষৰ আত্মপ্ৰত্যয় নহব পাৰে। কিন্তু, যি জাতিয়ে নিজৰ আত্মপ্ৰতিষ্ঠাৰ থাপনাথন পাতিহে এৰিম বুলি ধ্যানত দেখে, স্বপ্নত দেখে, উঠোঁতে-বহোঁতে দেখে, সেই জাতিয়ে কেতিয়াও নিজক সন্দেহ নকৰে।

আমাৰ দেশত এতিয়াও নাৱেৰে কৰা মাহ, সৰিয়হ, ধান, খেৰ, বেতবাহ আদি স্বভাৱজাত সম্পদবিলাকৰ বেপাৰ অসমৰ মানুহে সহজে নিজৰ হাতত ৰাখিব পাৰে বুলি আমাৰ বিশ্বাস। এইবিলাক খেতি আমাৰ মানুহে কৰে, আমাৰ মানুহে চপায়, আমাৰ মানুহে কঢ়িয়াই আনি নাৱত বোজাই দিয়ে। পানীছোৱাত মাথোন বিদেশী বেপাৰীয়ে নাৱৰ গুৰিটো ধৰি দেশৰ লক্ষ্মী বিদেশলৈ লৈ যায়; দেশ টোকোনা হৈ পৰে। এই কথা যদি আমাৰ ধনীসকলে অলপো অনুভৱ কৰে তেন্তে আমাৰ ভঁড়ালৰ এই লক্ষ্মী পৰৰ হাতত এইদৰে পৰি দেশ শ্ৰীহীন হ'বৰ কোনো কাৰণ নেথাকিলহেঁতেন। ইয়াৰ নিমিত্তে বৰ বেছি মূলধন নেলাগিব। কেৱল অৰ্গেনাইজাৰৰ দৰকাৰ। এইবিলাক বস্তুৰ বজাৰো দেশৰ বাগিচাবিলাকত বেছিভাগ ওলাব।

মূঠতে, বেহা-বেপাৰ কৰিবলৈ গ'লে, দুখ আছেই। সেইবোৰো সহ্য কৰিবপৰা গুণ আমি বিদেশীসকলৰপৰা আদৰ্শ লৈ আৰ্জিব লাগিব। বাণিজ্যত যেতিয়া লক্ষ্মী বসতি কৰে বুলি কোৱা হয়, তেন্তে বাণিজ্যৰ মাজেদি যদি দেশ আকৌ টনকিয়াল হৈ নুঠে, লোকক দুষিলেও নহ'ব। আজি অসমীয়াই সংঘবদ্ধ হৈ আত্মসম্মানবোধ জাগৃত কৰি বেহা-বেপাৰত হাত দিয়ক। লক্ষ্মী নিজে আহি সোমাবহি। বিদেশী লোকেও অসমীয়াৰ ছাঁটোকে সম্মান কৰি বাট এৰি দিব।

[ ২৩ কাতি, ১৮৫৭ ॥ ৯ নৱেম্বৰ, ১৯৩৫ ]

## মাৰবন্ধা গাঁও

আগৰ দিনত গাঁৱৰ মাৰ বৰ বেছি ৰকমে আছিল। তেতিয়া গাঁও-বিলাকত বেলেগ বেলেগ খেলবিলাক কেৱল বেলেগে ভোজ-ভাত খোৱা বিধৰ নাছিল। প্ৰকৃততে সেই খেলবিলাক গাঁৱত একোটা guild অৰ্থাৎ বেলেগ বেলেগ ব্যৱস্থাৰ একোখন বোৱতী নৈ হৈ ভাগে-ভাগে কাম কৰিছিল। কামৰ শেষ নহৈছিল। কাজেই গাঁৱৰ সকলো প্ৰয়োজনীয় সকলো বস্তু বাহানি গাঁৱে নিজে যোগাৰ কৰি লৈছিল। গাঁৱৰ নিত্য প্ৰয়োজনীয় বস্তু যোগান দিবলৈ কমাৰ কুমাৰ, কহাঁৰ, বাঢ়ৈ, সোণাৰ আদি আৰ্টিজেন শ্ৰেণীয়ে ভিন ভিন লাগতিয়াল বস্তুৰ যোগান দিছিল। সেইদৰে খেতি-বাতিও। ধান-মাহ, সৰিয়হ-কপাহ, পাট-পলু-মুগা এইবিলাক বতৰৰ বস্তু বতৰত আৰ্জি লৈছিল। এনে ব্যৱস্থাত গাঁৱৰ স্বৰাজ নগৰৰ সহায় নোলোৱাকৈও সুন্দৰ ৰূপে চলি আছিল।

আজি সেই দিন নাই,। আৰু হুবহু সেই অনুষ্ঠানবিলাক যেনে ধৰণৰ আছিল, তেনে ধৰণেৰে ফিৰি নাহিলেও সেই ভাব ৰাখি গাঁৱৰ নতুন নতুন অনুষ্ঠানবিলাক আকৌ গঢ়ি তুলিব লাগিব। এইদৰে গাঁৱলীয়া স্বৰাজ অৰ্থাৎ কালৈকো হাত নেপাতি চলিব পৰা অৱস্থা দেশলৈ ঘূৰাই আনিব নোৱাৰিলে দেশ আন ৰকমে তৰা টান।

এই কাম আজি কৰা সিমান টান নহয়, যদিহে অসমৰ মানুহে



এবাৰ ভালকৈ বুজি উঠে যে অতীতত আমাৰ গাঁওবোৰে সকলো কথাতে মাৰ বান্ধি চলিছিল। আমাৰ মানুহে গোট খাই পথাৰৰ ধান দাইছিল, সৰিয়হ চপাইছিল, ভঁৰাললৈ কঢ়িয়াইছিল। গাঁৱৰ একোঘৰৰ ভোজ-ভাত দহে মিলি সমাধা কৰিছিল। ঘৰ এটা সাজিবলৈ হ'লেও গাঁৱে হাতে-পাতে ধৰি সহায় কৰিছিল। হঠাৎ গৰু ম'হ মৰিলে গাঁৱে মিলি এদিন দহখন হাল জুৰি দি মাটি বোকাদি হালবাই ৰোৱা কামত সহায় কৰিছিল। দহে দহপদ বস্তু গোটাই একোটা বৰ সবাহ কৰিছিল। ইত্যাদি সকলো কামতে গাঁৱলীয়া জীৱন মাৰবন্ধা অৰ্থাৎ কো-অপাৰেটিং প্ৰণালীৰে চলিছিল।

আমি সেইকাৰণে কওঁ, এতিয়া দেশত সকলো ঠাইতে এই বিষয়ে নিয়মমতে প্ৰচাৰ কাৰ্য কৰিবলৈ কৰ্তৃপক্ষই বন্দৱস্ত কৰা উচিত। তাকে কৰিব নোৱাৰিলে কো-অপাৰেটিভ ছচাইটিবিলাকে কেতিয়াও গা কৰিব নোৱাৰিব। বৰ্তমান গৱৰ্ণমেণ্টে গাঁও সংগঠনৰ বাবে যি নীতি অবলম্বন কৰিছে তালৈ চাই এই কথা আৰু প্ৰয়োজনীয় হৈ পৰিছে।

দেশত এতিয়া কো-অপাৰেটিভ ছচাইটিৰ জৰিয়তে সৰু-সুৰা সকলো কাম সমাধা কৰিব লাগিব। আজি দেশত কো-অপাৰেটিভ ক্ৰেডিট ছচাইটিলৈক হলেই নচলিব। লগে লগে stores আৰু বেচাকিনা ছচাইটিবিলাক হ'ব লাগিব। সেয়ে নহয় মানে গাঁৱৰ অৱস্থা টনকিয়াল হৈ নুঠিব। আমি অতি সৰলভাৱে কো-অপাৰেটিভ ডিপাৰ্টমেণ্টৰ কৰ্তৃপক্ষসকলক কওঁ যাতে এই "মুভমেণ্ট"বিলাক কাৰ্যকৰী হৈ উঠে। তাৰ নিমিত্তে ভালকৈ গাত লাগি ধৰিব লাগিব। নহলে দেশৰ অৱস্থা কেতিয়াও টনকিয়াল হৈ নুঠে।

[ ২৮ কাতি, ১৮৫৭ ॥ ১৪ ডিচেম্বৰ, ১৯৩৫ ]

## গাঁও সংগঠন-বিধি

গাঁৱৰ উন্নতি হ'ব লাগে, গাঁও সংগঠন হ'ব লাগে ইত্যাদি কথা চাৰিউফালৰপৰা সকলো প্ৰদেশতে ওলাইছে। সকলোৱে বুজি উঠিছে, গাঁৱৰ ভেটি শকত নহলে তাত চহৰৰ বৰ খুটা নৰয়। কোনো কোনো

প্ৰদেশে এতিয়া কাৰ্যকৰী পন্থা অৱলম্বন কৰিছে আৰু কোনো প্ৰদেশে গুৰি ধৰোঁতা দেশৰ নেতা বা গৱৰ্ণমেণ্ট পোৱা নাই কাৰণে বুজিও কাম হাতত ল'ব পৰা নাই। কিন্তু, গাঁৱৰ উন্নতিয়েই যে দেশৰ উন্নতি এই কথা সকলোৱে এতিয়া একেবাক্যে স্বীকাৰ কৰিছে।

সিদিনা যুক্তপ্ৰদেশৰ গৱৰ্নমেণ্টে গাঁও সংগঠনৰ বিষয়ে এই কেইটা কথা দেখুৱাই দিছে: যেতিয়ালৈকে গাঁৱৰ মানুহৰ মনত উন্নতিৰ এটা আকাঙ্ক্ষা নহব আৰু সেই উদ্দেশ্যে তেওঁবিলাকে নিজে কাম কৰিবলৈ উৎসাহ নেদেখুৱাব তেতিয়ালৈকে কোনো কাম হৈ উঠা টান।

গাঁও সংগঠন কথাটো গাঁৱৰ পাৰিপাৰ্শ্বিক অৱস্থা লৈ ভাবিব লাগিব। আদৰ্শ হিচাপে চালেই কাম নহব। প্ৰত্যেক ঠাইৰ গাঁওবোৰৰ অভাৱ কি, সেই ঠাইৰ মানুহৰ মনৰ গতি, গাঁৱলীয়া মানুহবিলাকৰ মনস্তত্ত্ব ভালকৈ গমি চাব লাগিব আৰু সকলো সমস্যা গাঁৱলীয়া মানুহবিলাকক লগত লৈয়ে সমাধান কৰিব লাগিব। অৰ্থাৎ, গাঁও সংগঠনৰ পদ্ধতি আৰু কাম সেই ঠাইৰ মানুহৰ ধাতু চাই ( functional ) হ'ব লাগিব।

প্ৰথমতে সেই গাঁৱৰ মুখিয়ালসকলৰ সহযোগ পাব লাগিব। তেওঁবিলাকৰ সহানুভূতি আৰু সহযোগ নহলে গোটেই গাঁওখনৰ কাম কেতিয়াও হৈ নুঠে।

কাজেই গাঁও সংগঠন কামত আগবঢ়া লোকে প্ৰথমতে গাঁৱৰ মানুহৰ মাজত মাৰবন্ধা ভাবটো সুমাই দিব পাৰিব লাগিব। এই কামৰ নিমিত্তে প্ৰথমেই গাঁৱৰ মুখিয়ালসকলক লগত লোৱা উচিত। এই কামৰ নিমিত্তে ভালকৈ এটা থূল তৈয়াৰ কৰি ল'ব লাগিব। গাঁও সংগঠনৰ কামত কৃতকাৰ্য হবলৈ হলে গাঁৱৰ সকলো মানুহৰ সমান স্বাৰ্থ থকা কামবিলাকত আগধৰি হাত দিব লাগিব। আৰু এই বিষয়ে মানুহৰ মত কি সেই কথা ভালকৈ জানি উঠিব লাগিব। এই কামৰ বাবে ভাল একোখন অৰ্গেনাইজেছন লাগে। সেয়ে কাৰ্যকৰী অনুষ্ঠান হ'ব লাগিব আৰু প্ৰকৃত কামকৰা লোকৰ হাতত সেই অনুষ্ঠান পৰিব লাগিব। সকলোৰে সহযোগ প্ৰথম কথা হ'ব লাগিব। গাঁৱলীয়া মানুহৰ এই বিষয়ে অভিপ্ৰায় পূৰ্ণমাত্ৰায় থাকিব লাগিব। আৰু নিজৰ যে উন্নতি কৰিব লাগিব, সেই ভাব হৃদয়ৰ পৰা অনুভৱ কৰিব লাগিব। যিবিলাক কথাত তেওঁলোকে সহজে যোগ দিব পাৰিব তেনেবোৰ কাম হাতত লৈ প্ৰথমতে মুঠ বান্ধি কাম কৰিবলৈ ৰাপ



বহুৱাব লাগিব আৰু তেওঁবিলাকৰ হাতেদি সকলো কাম হৈ উঠিব লাগিব। গাঁৱলীয়া অনুষ্ঠানবিলাকৰ মাজেদি গাঁৱলীয়া মানুহক কি দৰে নিজৰ ওপৰত নিৰ্ভৰ কৰি, চলিব পাৰি কিদৰে নিজৰ বাট নিজে উলিয়াই ল'ব পাৰি, এই-বিলাক কথা শিকাব লাগিব। সম্যকতে গাঁৱলীয়া মানুহে গাঁও সংগঠন বিষয়ত পেপুৱা লাগি থকা বিধৰ। কাজেই, তেওঁবিলাকক এই কামত একোটা প্ৰণালীৰে চলাওঁতে উপদেশক আৰু তত্ত্বাৱধান লওঁতা লোক লাগিব।

আমাৰ প্ৰদেশত যে এইবিষয়ে এতিয়াও গাত লগাকৈ কোনেও কামত ধৰা নাই, সেই কথাও ঠিক। আৰু এই কথাও ঠিক যে আমাৰ গাঁৱে-ভূঁয়ে এতিয়া গাঁৱলীয়া মানুহ আগতকৈ অনুপ্ৰাণিত হৈ উঠিছে, আগতকৈ নিজৰ স্বাৰ্থ বুজিব পৰা হৈছে। অসমীয়াৰ অস্তিত্ব লোপ পাব লগীয়া হৈছে। ইমানতে গৃহকন্দল, দলাদলি, সাম্প্ৰদায়িক ভাৱ সকলো পৰিত্যাগ কৰি অসমীয়া জাতিৰ স্বাৰ্থই মোৰো একমাত্ৰ স্বাৰ্থ এই কথা সকলোৱে বুজি উঠিছে। এতিয়া লাগে দেশক মোৰ ধৰাই দিব পৰা লোক। গাঁৱৰ ভিতৰত সোমাই এই কাম হাতত ল'ব লাগিব।

[ ১ আঘোন, ১৮৫৭ ॥ ১৭ নৱেম্বৰ, ১৯৩৫ ]

## স্থায়ী স্বৰাজ কংগ্ৰেছৰ আদৰ্শ

সিদিনা মাদ্ৰাজত কংগ্ৰেছৰ সভাপতি বাবু ৰাজেন্দ্ৰপ্ৰসাদে কৈছিল, গাৰ বল প্ৰয়োগ কৰি স্বৰাজ লাভ কৰিলে তাক গাৰ বলেৰেই ৰক্ষা কৰিব লাগিব। সেই কথা বিদেশীলৈকে নেখাটিব, নিজৰ ভিতৰতো খাটিব। যি দেশত ইমানবিলাক ধৰ্ম, জাত, সম্প্ৰদায়, আছে, সেই দেশত নিৰুপদ্ৰৱ উপায়ে স্বৰাজ লাভৰ আকাঙ্ক্ষা নকৰিলে স্বৰাজ ৰক্ষা কৰা টান হ'ব। সেইকাৰণে আমি ব্যক্তিগত মানুহতকৈ ইনষ্টিটিউচনবিলাকক, যিবিলাকে স্বৰাজৰ নিমিত্তে খাটিছে মানি চলিব লাগিব। তেওঁ কয় যে, কংগ্ৰেছৰ সংগঠনমূলক কামে দেশৰ মন সবল কৰি তুলিব। স্বৰাজ পাবলৈ হ'লে ত্যাগ আৰু প্ৰবল ইচ্ছাৰ দৰকাৰ। দেশৰ নিমিত্তে প্ৰতি মুহূৰ্তে কাম কৰা, প্ৰাণ দিব পৰা লোকৰ দৰকাৰ। আমাক স্বৰাজ লাগে। তাৰবাবে দেশৰ

তৰুণ শক্তিয়েও কাম কৰিব লাগিব। শাস্ত্ৰৰ বিষয়ে তেওঁ কয় "আমাৰ শাস্ত্ৰ-বিলাক বেলেগ বেলেগ সময়ত বেলেগ বেলেগ ঋষি-মুনিসকলে লেখি থৈ গৈছে। সময়ৰ ধাৰ বুজি চলা উচিত। দেশৰ জনসাধাৰণৰ দাৰিদ্ৰ্য দূৰ হ'ব যদিহে গাঁৱলীয়া শিল্পবিলাকৰ পুনৰ উদ্ধাৰ হয়। ছাত্ৰ, উকীল, বেপাৰী, প্ৰত্যেক মানুহেই গাঁৱলীয়া শিল্পত উৎপন্ন হোৱা বস্তু ব্যৱহাৰ কৰা উচিত।"

আজি এই আদৰ্শত কংগ্ৰেছ কৰ্মীসকলে কাম কৰিলে দেশত আন আন মতাৱলম্বী লোকৰ সৈতে কোনোৰকম পাৰ্থক্য থাকিব নোৱাৰে। স্বৰাজ লাভ আজি ৩৫ কোটি ভাৰতবাসীৰ প্ৰাণৰ আকাঙ্ক্ষা। এই বিৰাট অভিযানৰ ওচৰত কোনো দল বা বলেই ডাঙৰ হ'ব নোৱাৰে। তাৰ ওচৰত সকলোটিয়েই টিপচী চৰাইৰ দৰে দেখা যাব। কাজেই এতিয়া ৰাজেন্দ্ৰপ্ৰসাদৰ উদাৰ হৃদয়ৰ মুক্ত দুৱাৰেদি ওলাই অহা কথাখিনিয়ে সকলোকে সামৰিব ধৰিছে। দেশে বৰ্তমান সময়ত কোনো বিশেষ নেতা বা দলৰ ওপৰত এই স্বৰাজ লাভৰ বাবে নিৰ্ভৰ কৰা নাই। সেই নিৰ্ভৰ-শীলতা ১৯২১ চনৰপৰা আজিলৈকে মহাত্মাৰ অনুগ্ৰহত পোৱা হ'ল। এতিয়া প্ৰকৃততে কাম কৰিবৰ সময় আহিল। সৰ্বোপৰি গাওঁ-সংগঠন কামেই এই স্বৰাজৰ শকত ভেটি হ'ব লাগিব। আৰু এই কথা সত্য বুলিয়েই মহাত্মা আকৌ গাঁওমুৱা হৈ পৰিল। সেয়ে এতিয়া দেশবাসীলৈকো একমাত্ৰ নিৰ্দেশ বুলি ধৰিব লাগিব।

[ ৬ আঘোণ ১৮৫৭ ॥ ২২ নৱেম্বৰ ১৯৩৫ ]

## বঙ্গদেশত বঙালী কৰাৰ উপায়

সাহেকীয়া আলোচনী 'বাঁহীত' প্ৰকাশ যে সিদিনা বঙ্গ সাহিত্য সম্মিলনৰ ১২শ বছৰেকীয়া অধিবেশনৰ মূল সভাপতি ছাৰ লালগোপাল মুখোপাধ্যায়ে তেখেতৰ অভিভাষণত কৈছিল—বঙলা দেশত অন্য প্ৰদেশ আৰু দেশৰপৰা বহুত মানুহ আহি ব্যৱসায় আৰু বনুৱা কাম কৰি ভাত মোকলাইছে। তাৰ ফলত বঙ্গদেশৰ থিলঞ্জীয়া লোকসকলৰ মুখৰ ভাত হেৰাইছে।



নানা কাৰণত এনে ঘটিবলৈ পাইছে। প্ৰধান কাৰণ হৈছে, যোগ্যতৰ মানুহে পেটৰ ভাত মোকলাইছে। আমি আমাৰ শাৰীৰিক আৰু মানসিক দুৰ্বলতাৰ কাৰণে সংসাৰৰ ঠেলাত পিছলৈ যাব লগীয়া হৈছোঁহঁক। ইয়াৰ-পৰা মঙ্গল আৰু অমঙ্গল দুয়োটা আছে। অমঙ্গলৰ কথাটো ভালকৈ চকুত পৰা হৈছে। মঙ্গলৰ চিন এইটো—এতিয়া যিসকল অবঙালী তেওঁবিলাক কিছুমান দিনৰ পিছত খাটি বঙালী হৈ পৰিব। তাৰ পাছত তেওঁ আৰু এটা উপায় দিছে, "যদি আমি এনে এবিধ আখৰেৰে বঙলা ভাষা ছপাওঁ যাতে অবঙালী শিক্ষিতসকলে সহজে পঢ়িব পাৰে তেনেহলে তেওঁবিলাকক বঙালী কৰা অতি সহজ হ'ব।"

"বাঁহী"ৰ সম্পাদকে অতি সাৰুৱা কথাকে কৈছে যে "অবঙালীসকলক বঙালী কৰিবলৈ তেখেতে ( ছাৰ লালগোপালে ) বঙালী আখৰবো হেৰ-ফেৰ কৰিবলৈ ৰাজি। বঙ্গদেশত যদি এই চেষ্টা কৰাটো, অ-বঙালীক বঙালী কৰাটো ন্যায়সঙ্গত হ'ব পাৰে, তেন্তে অসমত অসমীয়াই এই চেষ্টা কৰিলে কেনেকৈ অন্যায় হ'ব? অসমীয়াৰ এই চেষ্টাৰ সমালোচনাৰ একো মূল্য নাই বুলি আমি ভাবোঁ।"

কেই কোটি বঙালীৰ মাজত ২০ লাখ অবঙালী এপাচি কচুশাকত এটা জালুক। তথাপি এই কুৰি লাখ মানুহকো বঙালী কৰিবলৈ তেওঁ-বিলাকে বঙলা আখৰবো গঢ়-গতি লৰচৰ কৰি লবলৈ ইচ্ছা কৰিছে। তেনেস্থলত আজি অসমত ৰঘুমলাৰ দৰে ছাটি ধৰা বিদেশীসকলক অসমীয়া ভাষা গ্ৰহণ কৰি সম্পূৰ্ণ অসমীয়া হবলৈ আমি কোৱাত পাক লাগিছে। আজি যিসকল বঙালীয়ে অসমীয়া ভাষাটো বঙলাৰে অপভ্ৰংশ বুলি কবলৈ বেয়া নেপায় বা সঙ্কোচ নকৰে, যিসকলে তেনে অসমীয়া শিকিবলৈ নতুন আখৰৰ লগতো চিনাকি হ'ব নেলাগে, তেওঁবিলাকে অসমীয়া ভাষা গ্ৰহণ কৰি সম্পূৰ্ণৰূপে অসমীয়া হবলৈ নাৰাজ, অথচ মাস্টৰৰ যুথত আধা কেচেলুৱা অসমীয়া বঙালী মিহলি মাতত দিনে-ৰাতিয়ে শিক্ষা পাবই লাগিছে। বঙলা এডোখৰ, আধাডুখৰীয়া অসমীয়ালৈ তৰ্জমা কৰি অসমীয়া ল'ৰাক ট্ৰেনপ্লেচন শিকাবই লাগিছে। বঙালী ইন্সপেক্টৰে অসমীয়া ছোৱালীৰ পৰীক্ষাৰ প্ৰশ্নত কেনেধৰণৰ অসমীয়া কৰি দিয়ে তাৰ নমুনা আমি পূৰ্বে কেবাবাৰো দেখুৱাই আহিছোঁ। অসমীয়াত কিছুমান শব্দ

অবাইচ হ'ব কাৰণে আমি প্ৰকাৰান্তৰেহে সেইবিলাক শব্দৰ উল্লেখ কৰিছিলোঁ।

আজি আমি কৈছোঁ কি ? ছাৰ লালগোপালে বঙ্গদেশত বিদেশীসকলক বঙালী কৰিবলৈ যি ব্যৱস্থা দিছে আমি তাকে কোৱা নাইনে ? সেই কাম আমাৰ ইয়াত অন্ততঃ বঙালীসকলৰ কাৰণে আৰু সহজ হৈ থকা নাইনে ?

এইখিনিতে তেওঁবিলাকে ক'ব পাৰে আৰু কয়ো—"আমাৰ কি গৰজ, আমি কি পৰি মৰা যে অসমীয়া শিকিম ?" ইয়াৰ উত্তৰ ২২ নৱেম্বৰৰ 'বাতৰি'ত বেজবৰুৱা ডাঙৰীয়াই একৰকম দিছে।

"৪২ সংখ্যাৰ নেগুৰত ধৰি যদি তেওঁবিলাকে অসম বৈতৰণীত পাৰ কৰি দিব খুজিছে তেন্তে নৈৰ মাজতে তেওঁবিলাকৰ অপঘাত মৃত্যু নিশ্চয়। সেই সংখ্যাৰ ফুটুকাৰ ফেনসোপাতে থিয় হৈ যদি তেওঁবিলাকে অসমত ৰংঘৰ, কাৰেংঘৰ সাজিব খুজিছে, তেন্তে সি আকাশতহে শাল্বৰ শোভনগৰ চলাদি চলিব, ভূমিৰ ওপৰত নহয়। অৱশ্যে, তাৰপৰা তেওঁলোকে অসমীয়াৰ ওপৰত ইটালীয়ে এবেছিনীয়াৰ ওপৰত ব'ম পেলোৱাৰ দৰে গোটাচেৰেক ব'ম পেলাই বুঢ়া-মেঠা, ল'ৰা-ছোৱালীক হত্যা কৰিব পাৰিব, কিন্তু দেশ ল'ব নোৱাৰে জানি থ'ব।"

আজি ২০ লাখ বিদেশীৰ প্ৰভাৱ জানোচা বঙালীৰ ওপৰত পৰে বুলি, কেই কোটি বঙালীয়ে ভাবিবলগীয়া হৈছে। অথচ, এমুঠি অসমীয়াই আত্ম-ৰক্ষাৰ নিমিত্তে কৰা এই চেষ্টাক বঙালী ভাইসকলে কি চকুৰে চাইছে আৰু কিমানবিলাক অবান্তৰ কথা কৈ আমাক হুৱাবৰ কাৰবাৰ কৰিছে, সেইকথা অসমৰ যিসকল 'বদন' নহয়, তেওঁলোকে পদে পদে ভালদৰে অনুভৱ কৰি চাওক। বেজবৰুৱা ডাঙৰীয়াৰ ভাষাত কবলৈ হ'লে, "ইটালীৰ সভ্যতাৰ ঠেলাত এবেছিনীয়া যায়-যায়। কিন্তু এবেছিনীয়াই সেইটো বুজি আনকি তেওঁলোকৰ শেষজন মানুহলৈকে যুঁজি মৰিবলৈ সঙ্কল্প কৰিছে, আৰু তিৰোতায়ো অস্ত্ৰ ধৰি যুঁজলৈ গৈছে। অসমীয়াই জনচেৰেকৰ বাহিৰে আজিও সেই 'সইভতা'ৰ বিপদ ভালকৈ বুজিব পৰা নাই। আৰু সেইদেখি 'সঙ্কীৰ্ণতা' পৰিহাৰ কৰি উদাৰতা দেখুৱাই চলিবলৈ ওলাইছে। লাচিতৰ দেশবাসী এই উদাৰ অসমীয়াসকলৰ বাহাদুৰি নিশ্চয়



আছে। তেওঁলোকে সুদূৰ বিদেশত থকা এই সত্তৰ বছৰীয়া অনুদাৰ বুঢ়া অসমীয়াৰ নমস্কাৰ গ্ৰহণ কৰক, এই সবিনয় নিবেদন।"

আজি যিসকলে অসমত বঙালী ভাষাৰ প্ৰচলন কেৱল (business) ব্যৱসায় বুদ্ধিত চাইছে, তেওঁবিলাকে বঙ্গদেশত ছাৰ লালগোপালে ভবাৰদৰে ভাবিবলৈ শিকক, সুদূৰ বিদেশত থাকি আজি 'সত্তৰ বছৰীয়া' 'বুঢ়া' বেজবৰুৱাৰ দৰে বুকুত সাহ বান্ধি ভাবিবলৈ শিকক। এই জাতিৰ জীৱন-মৰণ সমস্যাৰ সময়ত মায়েঙীয়া বেজৰ গুৰিলৈ যাওঁতে বাটত কেইটা উজুটি খালোঁ, কাৰ ছাঁটো গচকিলোঁ, কাৰ গাত কিলাকুটিটো লাগিল, সেই কথালৈ মন কৰিলে নচলিব। বেজ আনিবই লাগিব। বেমাৰী জীয়াবই লাগিব, স্থিৰ হৈ চলিবই লাগিব। ঘৰৰ অলপ-ধতুৱা তিৰোতাসকলৰ উধাতু খোৱা কথালৈ কাণ কৰিলে নহ'ব।

[ ৭ আঘোণ, ১৮৫৭ ॥ ২৩ নৱেম্বৰ, ১৯৩৫ ]

## মাৰোৱাৰী সম্মিলন

ডিব্ৰুগড়ত বহা সদৌ অসম মাৰোৱাৰী সম্মিলনত আমি নিজে উপস্থিত থাকিব নোৱাৰি দুঃখিত। আমি বিশেষকৈ দুঃখিত এই বাবে যে আমাৰ অসাক্ষাতত 'বাতৰি'ৰ ওপৰত মিছা দোষাৰোপ দি প্ৰস্তাৱ দিয়া হৈছিল।

আমি মাৰোৱাৰী সম্প্ৰদায়ক সম্প্ৰদায় হিচাপে বিৰুদ্ধাচৰণ কৰাই নাই বৰং বহুত কথাত সমৰ্থন কৰিহে আহিছোঁ। অসমীয়াই হিন্দিভাষা ভাৰতৰ ৰাষ্ট্ৰভাষা হিচাপে গ্ৰহণ কৰিব, কিন্তু অসমৰ মাৰোৱাৰী সকলেও অসমীয়াক দ্বিতীয় ভাষাৰূপে গ্ৰহণ কৰিব লাগিব। মাৰোৱাৰীসকলে যদি বঙলা কাকতবিলাকক—যিবিলাকে অসমীয়া একৰকম আঁতিগুৰি নোহোৱা জাতি বুলি দিনে-ৰাতিয়ে গালি পাৰিয়েই আছে—এইদৰে সতৰ্ক কৰি দিও এটা প্ৰস্তাৱ গ্ৰহণ কৰিলেহেঁতেন সিও এক কথা আছিল। বঙালী আৰু বঙলা কাকতবিলাকে দিনে-ৰাতিয়ে গোটেই অসমীয়া জাতিটোৰ বিপক্ষে প্ৰচাৰ কৰিয়েই আহিছে। জঙ্ঘলী, মাছমৰা মানুহ, চিলঠৰ লগত লগ খোৱাৰ পূৰ্বে অসমীয়াৰ সভ্যতাই নাছিল, অসমীয়া

ভাষা এটা আকৌ ধৰিবলগীয়া বস্তুনে ইত্যাদি কতৰকম গছত গৰু উঠা, হোলোঙ্গাৰে কাণ বিন্ধোৱা বিধৰ কথা অসমীয়া ভাষা আৰু জাতি সম্বন্ধে ক'বই লাগিছে, সেই কথাত হ'লে মাৰোৱাৰীৰ ভুল পটিত যোৱা ডেকা উকিল কেইজন নিমাত। কাজেই এই বীৰসকলৰ কথা নধৰ্তব্য।

মাৰোৱাৰী সম্মিলনৰ সভাপতিয়ে বোধকৰোঁ অতি সত্য কথাকে কৈছিল—"এই প্ৰদেশৰ কাৰবাৰ আৰু বাণিজ্যৰ সৰহ ভাগেই ইংৰাজৰ হস্তগত আৰু সম্প্ৰদায়ৰ মানুহৰ হাতত। এনে ক্ষেত্ৰত প্ৰদেশৰ মানুহবিলাকৰ মনোযোগ এই অৱস্থাটিলৈ আকৰ্ষিত হোৱাটো একেবাৰেই স্বাভাৱিক। ইংৰাজবিলাক এই প্ৰদেশৰ শাসক, এই কাৰণে সেই ফাললৈ দৃষ্টিপাত কৰাটো সকলোৰে নিমিত্তে দুৰূহ। গতিকে, অসমীয়াৰ মনোযোগ মাৰোৱাৰীৰ আৰু আন আন ব্যৱসায়লৈ আকৰ্ষিত হৈছে। অসমৰ মানুহে নিজ প্ৰদেশৰ কাৰবাৰ নিজৰ হাতত লবলৈ চেষ্টা কৰাতো একো দোষণীয় নহয়। তেওঁবিলাকৰ তেনে চেষ্টা শলাগিব লগীয়া"। অসমীয়াসকলে যদি এলাহ এৰি ব্যৱসায়ত উন্নতি কৰিবলৈ আগবাঢ়ি আহে, কাৰবাৰ আৰু বেহা-বেপাৰত থকা অন্যান্যসকল তেওঁবিলাকৰ লগত সহযোগিতা কৰিব লাগে আৰু সহায় দিব লাগে। কিন্তু দুৰ্ভাগ্যক্ৰমে এই সমস্যাটিয়ে সঙ্কীৰ্ণ প্ৰাদেশিকতাত পৰিণতি লভিছে আৰু এই প্ৰদেশৰ মানুহৰ প্ৰতি ঘৃণা আৰু বেয়া ভাবৰ সৃষ্টি কৰিছে।

ছিলেট বিচ্ছেদৰ বিৰুদ্ধে থকা আৰু বৃহত্তৰ বাংলাৰ সপোন দেখা কিছুমান লোকে, অসমীয়াৰ ছিলেট বিচ্ছেদ আন্দোলনৰ অন্যায় সুযোগ লৈ অসমৰ মাৰোৱাৰী, নেপালী, পঞ্জাৱী আদি সকলক অসমীয়াৰ বিৰুদ্ধে থিয় কৰাবৰ কেনে চেষ্টা কৰিছে, তাক এই সম্মিলনৰপৰা কিছু আভাস পোৱা গৈছে। সভাত উপস্থিত থকা অসমীয়া ভদ্ৰলোকসকলৰ যত্নত অসমীয়াৰ বিৰুদ্ধে মাৰোৱাৰীবিলাকৰ আনৰ প্ৰৰোচনাত হোৱা ভাব আঁতৰি যোৱা কম আনন্দৰ কথা হোৱা নাই। অসমীয়া বাতৰি কাকতবিলাকৰ এই অৱস্থাটিলৈ মনোযোগ আকৰ্ষিত হোৱা উচিত হ'ব।

এতিয়া দেখা গ'ল, অসমীয়া মানুহৰ মাৰোৱাৰীসকলৰ লগত সংঘৰ্ষ হ'বলগীয়া একো কথা নাই। আমাক ইতিকিং কৰা শিক্ষিত বঙালী ভাইসকলৰ বাহিৰে অন্য কোনো বিদেশীৰ লগত আমাৰ মনান্তৰ ঘটিবৰ



একো কাৰণ নাই। "অসম দেশ অসমীয়াৰ বাবেহে" এই কথাত নিজ দেশলৈ প্ৰেমহে বুজাইছে, বিদেশীৰ প্ৰতি হিংসা বুজোৱা নাই। ৰায়বাহাদুৰ কালীচৰণ সেন ডাঙৰীয়াৰ থাপটোলৈ ৰাইজে যেন মন কৰে। লেঠাও এনেবিলাক কথাহে।

[ ৬ আঘোণ, ১৮৫৭ ॥ ২২ নৱেম্বৰ, ১৯৩৫ ]

## অসম বিশ্ববিদ্যালয়ৰ আঁচনি

আমাক লাগে অসমীয়া বিশ্ববিদ্যালয়, নামত লাগে যিহকে নহওক।

আজি প্ৰত্যেক প্ৰদেশে নিজ নিজ প্ৰদেশৰ বিশেষত্ব সুজাকৈ যিদৰে নিজৰ বিশ্ববিদ্যালয় স্থাপন কৰিছে, আমিও তাকে কৰিব লাগিব। আমি পূৰ্বে ২২ নৱেম্বৰত কৈ অহাৰ দৰে আজিও ক'ব খোজোঁ, আজি আমাক এনে এটা বিশ্ববিদ্যালয় লাগিব, যিটো বিশ্ববিদ্যালয়ৰপৰা সিদিনা ছাৰ তেজ-বাহাদুৰ চাপ্ৰুৱে কোৱাৰ দৰে কেৱল উপাধিধাৰী শিক্ষিত লোকেই নোলায়। বিশ্ববিদ্যালয়ৰ ঘাই যিটো কাম—দেশৰ স্বাধীন চিন্তা, স্বাধীন মত, স্বাধীন দেশনায়ক সৃষ্টি কৰা সেইটোহে আগধৰি সিদ্ধি হ'ব। আমি আৰু কৈছিলোঁ "আমাৰ বোধেৰে আজি অসম বিশ্ববিদ্যালয়ে দুটা বিষয়ত অসমীয়া জাতিক সহায় কৰিব লাগিব। অসমীয়া জাতিক Mental wealth and material wealth অৰ্থাৎ মানসিক শ্ৰীবৃদ্ধি আৰু আৰ্থিক শ্ৰীবৃদ্ধি এই দুইটা সম্পদ দিয়াত সহায় কৰিব লাগিব।

"প্ৰথমটোৰ কাৰণে অসমীয়াৰ অতীত বুৰঞ্জী, কৃষ্টি, সভ্যতা পুৰাতত্ত্ব, এই-বিলাক বিষয়ত বিশেষভাৱে গবেষণাৰ দৰকাৰ হ'ব। তাৰ নিমিত্তে অসম বিশ্ববিদ্যালয়ে বিশেষকৈ চাব লাগিব।

"অসম বিশ্ববিদ্যালয়ত ফৰেষ্ট্ৰী, মাইনিং, ব'টানি, আৰ্কিঅ'লজী এইবিলাক বিষয়ত বিশেষভাৱে গৱেষণা হোৱাৰ ব্যৱস্থা হ'ব লাগিব। যোৰহাটত এগ্ৰিকালচাৰেল কলেজ, টেকনলজিকেল কলেজ, ডিব্ৰুগড়ত মেডিকেল কলেজ যাতে ভৱিষ্যতে বৰ্তমানৰ স্কুলবিলাকেই গৈ গঢ়ি উঠিব পাৰে তাৰ দিহা হোৱা উচিত। টি এছচিয়েচন আৰু অইল কোম্পানী, মাৰ্ঘেৰিটাৰ কয়লা

কোম্পানীবিলাকৰ লগত বিশ্ববিদ্যালয়ে সংযোগ ৰাখি কাম কৰিব পাৰিব বুলি আমাৰ বিশ্বাস।

আমি আৰু এবাৰ কথা কৈছিলোঁ—"সুৰমা উপত্যকাৰ লোকে যদি কলিকতা বিশ্ববিদ্যালয়ৰ লগত সংশ্ৰৱ ৰাখিব খোজে ৰাখক। তাত আমাৰ হানি নাই। আমাকো দুই নাও দুই ভৰি হৈ এটা স্বকীয়া বিশ্ববিদ্যালয় নেলাগে।"

এইখিনি কথা মনত ৰাখি আৰু ওপৰত উনুকিওৱা উদ্দেশ্যলৈ লক্ষ্য কৰি আমি তলত লিখা আঁচনিমতে অসম বিশ্ববিদ্যালয় স্থাপন হ'ব পাৰে নে নোৱাৰে কৰ্তৃপক্ষই বিবেচনা কৰি চাবলৈ ক'ব খোজোঁ।

(১) অসম বিশ্ববিদ্যালয়েই সম্পূৰ্ণ শিক্ষাৰ ভাৰ লোৱা টান হ'ব।

(২) সম্পূৰ্ণ চৰ্কাৰী-ভাৱে চলোৱা বিশ্ববিদ্যালয় যন্ত্ৰ বিশেষ হৈ পৰে। বৰ্তমান কোনো বিশ্ববিদ্যালয়ৰে সেইটো আদৰ্শ নহয়। কাজেই এইডেড বিশ্ববিদ্যালয় হোৱাটো বাঞ্ছনীয়।

(৩) প্ৰাদেশিক স্বায়ত্ত শাসনৰ ভেটিয়েই যেতিয়া ভাষাৰ ওপৰত ধৰা হৈছে, চিলট বাদ দি অসম উপত্যকা, পৰ্বতীয়া জিলা কেইখন, কাছাৰ, জয়ন্তীয়া আৰু মণিপুৰ অসম বিশ্ববিদ্যালয়ৰ কাৰ্যক্ষেত্ৰ হোৱা দৰকাৰ।

(৪) অসমীয়া কাল্‌চাৰলৈ লক্ষ্য ৰাখি যেতিয়া এই বিশ্ববিদ্যালয় স্থাপন কৰিব লাগিব, তেতিয়া তাৰ কেন্দ্ৰ হ'ব যোৰহাট নহয়, গুৱাহাটী হবই লাগিব। তাৰ বাহিৰে আৰু কোনো ঠাইকে অসমীয়া জাতিয়ে গ্ৰহণ নকৰিব।

(৫) যেতিয়ালৈকে এই বিশ্ববিদ্যালয় স্বাৱলম্বী হৈ নুঠে তেতিয়ালৈকে কলিকতা বা অন্য বিশ্ববিদ্যালৰ লগত কিছুকাল কোনো কোনো বিষয়ত সম্বন্ধ ৰাখিব লাগিব।

(৬) আৰ্টছ্‌, সায়েঞ্চ, টেকন'লজী, ল, টিচিং, এইবিলাক বিষয়ৰ ফেকালটি স্থাপন কৰা উচিত হব।

(৭) বুৰঞ্জী পুৰাতত্ত্ব আদি বিষয়তো বিশেষ বন্দৰস্ত হোৱা উচিত।

(৮) অসম এগ্ৰিকালচাৰেল কলেজ এটাৰ বিশেষ প্ৰয়োজন। অন্ততঃ সম্প্ৰতি কৃষি বিষয়ে বিশেষ বন্দৰস্ত হোৱা উচিত।

(৯) আৰ্টছ্‌ বিষয়ত অসমীয়া, সংস্কৃত, প্ৰাকৃত, পালি, বঙালী, হিন্দি,



উৰীয়া, মৈথিলী, আহোম, খাচীয়া, মণিপুৰী, আৰবী, ফাৰ্চী, ইংৰাজী, ইতিহাস, ইকনমিকছ্‌, পলিটিক্স, দৰ্শন, কমাৰ্চ্‌ আদি বিষয়ে শিক্ষা দিয়া উচিত হ'ব।

(১০) ছায়েঞ্চ বিষয়ত গণিত, পদাৰ্থবিজ্ঞান, ৰসায়ন, এপ্লাইড ছায়েঞ্চ, ব'টানী, জিয়'লজী, এন্থ্ৰ'পলজী, বিশেষকৈ শিক্ষা দিয়া উচিত।

ব্যয় সংক্ষেপ কৰিবলৈ প্ৰথম ছোৱাত, অন্ততঃ বৰ্তমান সময়ত লোকেল কলেজবিলাকৰ ভিতৰত আগেয়ে কোন কলেজত কোন কেইটা বিষয়ত শিক্ষা দিয়া হ'ব সেই কথা বিচাৰ কৰি লোৱা উচিত হ'ব। ইতিমধ্যে ইয়াৰ বাবে যোৰহাট কলেজক প্ৰথম শ্ৰেণীলৈ নিয়াৰ দৰকাৰ হ'ব।

এনে ব্যৱস্থা হ'লে, আমাৰ বোধেৰে, চায়েঞ্চ বিষয়বিলাক প্ৰায় সকলোখিনি কটন কলেজৰ বিষয় কৰা ভাল হ'ব। যোৰহাট কলেজত সেইদৰে আৰ্টছ বিষয় মাত্ৰ লোৱা হ'ব। আৰু ভবিষ্যতে এই কলেজকে বা যোৰহাট কৃষিবিভাগৰ হাতত এটা এগ্ৰিকালচাৰেল কলেজ হোৱা আবশ্যক হ'ব।

সেইদৰে যোৰহাট ট্ৰেইনিং স্কুলটো কম খৰছতে ট্ৰেইনিং কলেজত পৰিণত কৰিবপৰা হ'ব।

যোৰহাট টেকনিকেল স্কুলটো লাহে লাহে টেকন'লজিকেল কলেজত পৰিণত কৰিবপৰা হ'ব।

ডিব্ৰুগড় মেডিকেল স্কুলটো শেহত মেডিকেল কলেজ কৰিবলৈ লাহে লাহে কাম বঢ়াই নি গৈ থাকিব পৰা হ'ব।

যোৰহাটত থকা অসম সাহিত্য-সভা, গুৱাহাটীৰ অনুসন্ধান সমিতিয়ে বুৰঞ্জী-পুৰাতত্ত্ব আৰু গুৱাহাটীৰ মিউজিয়ম আৰ্কিঅ'লজী আদি বিষয়ত কেন্দ্ৰ হৈ উঠিব পাৰিব। এই কেইটা অনুষ্ঠানে বিশেষকৈ আহোম ভাষাৰ জৰিয়তে অসমৰ বহুত পুৰণিকলীয়া কথা আৰু পুৰণি সাঁচিপতীয়া পুথি সংগ্ৰহ কৰি গৱেষণামূলক তথ্য অনুসন্ধান কৰি সকলো বিষয়তে নতুন পোহৰ দিবলৈ চেষ্টা কৰা উচিত হ'ব।

অসম টেকন'লজিকেল কলেজৰ নিমিত্তে ইমানবিলাক সঁজুলি আছে যে তাৰ কাৰণে যোৰহাট টেকনিকেল স্কুলটো সময়ত সেই টেকনল'জিকেল কলেজত পৰিণত কৰিবলৈ বৰ টান নহব আৰু কৰা নিতান্ত উচিত হ'ব।

গুৱাহাটী আৰ্ল ল কলেজ এতিয়াৰ দৰেই থাকিব। কিন্তু কোৰ্চ দুবছৰীয়া

কৰিলেও হ'ব। এবছৰ উকীলসকলে প্ৰেকটিকেল ট্ৰেইনিং এতিয়াৰ দৰে লোৱাটো বাঞ্ছনীয়।

টোল আৰু মাদ্ৰাচাবিলাকৰ লগত বিশ্ববিদ্যালয়ৰ বিশেষ সম্বন্ধ কাৰ্যকৰী ভাৱে থাকিব পাৰে বুলি আমাৰ বিশ্বাস নহয়। তাতকৈ higher classics সংস্কৃত আৰু আৰবী ভাষা বা লগতে ফাৰ্চীৰ নিমিত্তে দুখন Chair স্বকীয়াকৈ সৃষ্টি কৰিব পাৰিলে ভাল যেন দেখি। সেইদৰে, অসমীয়া ভাষাৰ বাবে বিশেষকৈ এখন Chair স্থাপন কৰা উচিত বুলি আমি ভাবোঁ।

সম্প্ৰতি, ওথ ধৰণৰ চেকেণ্ডেৰী এডুকেশ্বন বৰ্ডৰ তলত ইণ্টাৰমেডিয়েট কোৰ্চলৈকে যেতিয়া হাইস্কুলবিলাকত শিক্ষা দিয়াৰ আশা নাই, ডিগ্ৰীকোৰ্চ এতিয়াৰ দৰে চাৰি বছৰ থকাই ভাল। সেয়ে সম্ভৱ হলে আমি ডিগ্ৰীকোৰ্চ তিনি-বছৰীয়া কৰিবলৈ ক'লোঁহেঁতেন। তেতিয়া প'ষ্ট-গ্ৰেজুৱেট পৰীক্ষাবিলাক আৰু Higher Standerdঅৰ কৰি শিক্ষাৰ সময়ো অলপ বঢ়াই দিবলৈ ক'লোহেঁতেন। আমাৰ কাৰ্যক্ষেত্ৰৰ বিস্তৃতিলৈ চাই হাইস্কুলবিলাক বিশ্ববিদ্যালয়ৰ তলতীয়া হৈ থাকিলেও কোনো হানি নাই। কিন্তু হাইস্কুলৰ শিক্ষাই এজন ল'ৰাক এটা complete education অৰ্থাৎ নিজকে যথেষ্ট বুজুৱা শিক্ষা দিয়া উচিত। অৰ্থাৎ এটা ল'ৰাই বিশ্ববিদ্যালয়ৰ শিক্ষা নল'লেও সংসাৰত সাধাৰণ কাৰ্যক্ষেত্ৰত চলিবপৰা শিক্ষা পাব লাগিব। ইয়াকে কৰিবলৈ হ'লে এখন স্বকীয়া স্বাধীন বোৰ্ডৰ দৰকাৰ। সেই বোৰ্ড বেছি ভাগ শিক্ষা বিষয়ৰ বিশেষজ্ঞ ( Expert educationist ) লৈ গঠন কৰিব লাগিব। কিন্তু সেয়ে সম্পূৰ্ণ অফিচিয়েলভাৱে গঠিত হোৱাতকৈ বিশ্ববিদ্যালয়ৰ তলত হাইস্কুল বিলাক থকাই ভাল হ'ব।

কলেজত ভৰ্তি হোৱা বিষয়ে স্থানীয় ছাত্ৰৰ আগভাগ হ'ব লাগিব। পৰ্বতীয়া ছাত্ৰবিলাকক বিশেষ সুবিধা দিয়া উচিত হ'ব।

মুঠতে অসম বিশ্ববিদ্যালয়ে অসমীয়া জাতিটোক টনকিয়াল কৰিব লাগিব।

[ ১৩ আঘোণ, ১৮৫৭ ॥ ২৯ নৱেম্বৰ, ১৯৩৫ ]

# জাতি নে জ্ঞাতি

জাতিয়েই গঙ্গা হ'ব পাৰে, কিন্তু, কুম্ভযোগ মিলে গোটেই জাতিটোৰ সমাৱেশত হে। ভকতে তিতা তিয়নীৰে নিয়া পানী কলহ যেয়ে সেয়ে চু'ব নোৱাৰে সঁচা, কিন্তু পুখুৰীটো হ'লে উমৈহতীয়া। পদূলিটো মোৰ নিজৰ। আলিবাটটো হ'লে ৰাজহুৱা। পুখুৰীটো নেথাকিলে বা পুখুৰীটোৰ পানী ঘোদা হ'লে ভকতৰ চাউল সিজাবলৈ নিয়া পানী কলহো শুদ্ধ হৈ, পৰিষ্কাৰ হৈ থকা টান। আলিবাটটো নহলেও, পদূলিমূৰলৈকে ওলাব পাৰিলেও, বাট-পথৰ অভাৱত অহাযোৱা কৰা দুৰ্গম হৈ পৰে। জাতি আৰু জ্ঞাতিৰ বিচাৰো ঠিক এইদৰেই হ'ব।

আজি এই কথা প্ৰকৃততে হৃদয়ঙ্গম কৰিব নোৱৰা বাবেই সাম্প্ৰদায়িক ভাবটো হৃদয়ত ইমান দকৈ বহি গৈছে। এই বাবেই আজি যিজন মানুহে হয়তো কোনো এটা অনুষ্ঠানৰ নামত মৰিবও পাৰে, তেৱোঁ কেতিয়াবা একোজন গোট-জ্ঞাতিৰ মুখলৈ চাই সেই অনুষ্ঠানলৈকো পিঠি দি কাম কৰিব পাৰে। কিন্তু দৰাচলতে ৰাজহুৱা কামত আমাৰ দেশত পূৰ্বত এই ভাব নাছিল। কাৰণ, তেতিয়া ৰাজহুৱা কামত ব্যক্তিগত স্বাৰ্থসিদ্ধিৰ কোনো বাট নাছিল আৰু আৱশ্যকতা নাছিল। এখন মাৰবন্ধা গাঁৱত কত খেলৰ, কত পাগৰ, কত ব্যৱসায়ৰ মানুহ আছিল; তথাপি গাঁৱৰ মাৰ বা মণ্ডল ঠিক আছিল। সেই মাৰ বা মণ্ডলী ভাঙি কাম কৰিবৰ কোনো খেলৰ বা জাতৰ লোকৰ সাধ্য নাছিল। ইয়াৰ কাৰণো ক্ষমতা।

বৃটিছ শাসনৰ ভিতৰতো আজি অতকালে জাতিতকৈ জ্ঞাতিৰ স্বাৰ্থ এটা ডাঙৰ কৰি ৰাজহুৱা কামত হাত দিয়া হোৱা নাছিল। যি কুক্ষণত ৰাজনীতিত সাম্প্ৰদায়িক ভাৱ সুমাই দিয়া হ'ল, সেই মুহূৰ্ত ধৰি হে এই বিহগছ জোপা চাৰিওফালে ফেৰ মাৰি বাঢ়ি উঠিছে। ই এতিয়া ছাঁ দিয়াতকৈ তলখন দিনে দিনে চেঁচুক কৰি হে আনিছে। আৰু কিছুদিন হ'লে ধোন্দবিলাকত কেৱল ফেঁটী সাপে বাহ ল'ব। পুখুৰীত দি ধুনীয়া ফুল-ফুলা চাবলৈ চিৰাজগঞ্জত পাটৰ কলৰ চাহাব এজনে হেনো বিহমেটেকা ডুডালমান আনি পেলালে, তেতিয়া সকলোৱে তাৰ ফুল চাই চকুৰ তৃপ্তি

পাইছিল; ডুডাল তাৰপৰা নিব পাৰিলে বৰ আনন্দ পাইছিল। এতিয়া সেই বিহমেটেকা দেশৰপৰা নিৰ্মূল কৰিবলৈ বঙ্গদেশত হজুৰাৰপৰা হজুৰলৈকে এক্কাল পানীত নামিব লগীয়া হৈছে। তথাপি তৰ পোৱা নাই। সাম্প্ৰদায়িক কথাটোও ৰাজনৈতিক ক্ষেত্ৰত এতিয়া বৰ লাভজনক কথা বুলি হয়তো আমি ভাবিছোঁ। কিন্তু সময়ত বিহমেটেকাৰ দৰে যে তৰ হেৰুৱাব সেই কথা একেবাৰে ধৰি থ'ব পাৰি। তেতিয়াহে আমি বুজি উঠিম যে দেশৰ ৰাজহুৱা কামত জাতিতকৈ জাতিটোহে ডাঙৰ। বৰ্তমান সময়ত ৰাজনৈতিক ক্ষেত্ৰত প্ৰকৃত অধিকাৰ আৰু ক্ষমতা নোপোৱাৰ বাবেহে আমাৰ মানুহে সাম্প্ৰদায়িক বাটেদি গৈ যি ডুটা এটা অনুগ্ৰহ পাব পাৰিছে তাকে যথাসৰ্বস্ব ভাবিব লগা হোৱাত এনে মনৰ গতি হৈ পৰিছে। ইয়াৰ স্থায়িত্ব বেছিকাল হ'ব নোৱাৰে। ইয়াৰ ভিতৰত ফোপোলা অৱস্থা ওলাই পৰিব। তেতিয়া তাত দেখা পোৱা ফেঁটী সাপৰ বাহবোৰ ভাঙিবলৈ বিপদৰ সন্মুখীন হ'ব লাগিব। বিহমেটেকাৰ অপকাৰৰ দৰে, তেতিয়াহে এই সাম্প্ৰদায়িক ভাবৰ অপকাৰিতা কিমান দূৰলৈকে গ'ল, সেই কথা দেখিবলৈ পোৱা যাব।

ৰাজনৈতিক ক্ষেত্ৰত সাম্প্ৰদায়িকভাৱে কাম কৰা ব্যৱস্থা যে বাঞ্ছনীয় নহয় আৰু তাৰ গেলা ঘাঁ দিনে দিনে বিয়পিহে গৈছে সেইকথা আজি আলোচনা কৰি নেদেখুৱালেও হ'ব। ইয়াৰ সন্মোহন বাণত পৰি প্ৰত্যেক সম্প্ৰদায়ে যিখন সুখৰ স্বৰ্গৰ স্বপ্ন দেখিছে, সাৰ পাইহে গম পাব—গাটোৰ কেই ঠাই থকা-সৰকা হ'ল।

সাম্প্ৰদায়িক ডুই নাও, ডুই ভৰি অৱস্থাত পৰি বৰ্তমান সময়ত দেশৰ নেতাসকল কিদৰে ডলাৰ বগৰী হৈ বাগৰি ফুৰিছে, সেই কথাও মন কৰিবলগীয়া। সিদিনা আমি ভাৰতীয় ব্যৱস্থাপক সভাত ইয়াৰ বিষময় ফল দেখিলোঁ। জিন্নাদলে ইয়াতে ভেঁজা লৈ কংগ্ৰেছী দলক সাম্প্ৰদায়িক ৰায় সম্বন্ধে যি চৰ্থৰিয়াত পেলালে, কংগ্ৰেছে তাৰ হাত আজিও সাৰিবপৰা নাই —ইয়েই কংগ্ৰেছক তিনি চাৰিটা পাৰ্টিত পৰিণত কৰিলে। বঙ্গদেশ আৰু পঞ্জাৱত ইয়েই তুমুল আন্দোলনৰ সূত্ৰপাত কৰাইছে। সিদিনা বঙ্গদেশত মিঃ জিন্নাই যিটো সৰ্বদল মুছলমানৰ মিলন ঘটালে বুলি প্ৰকাশ পাইছে, সেই কথাই আনকালে প্ৰজা পাৰ্টিৰ, বিশেষকৈ প্ৰজা পাৰ্টিৰ নেতা মিঃ



ফজজুল হকক কিদৰে টোপ দিয়া হৈছিল সেই কথাও প্ৰকাশ পাইছে। তেওঁক হেনো ইউনাইটেড মুশ্লিম পাৰ্টিৰ নেতাসকলে তেওঁ বৰ্তমানত প্ৰজাৰ সপক্ষে কাৰ্যপদ্ধতি এৰিলে অহা কাউন্সিলৰ কেবিনেটত এটা ছিট দিব বুলি প্ৰতিশ্ৰুতি দিছিল; এইকথা বিশেষকৈ মন কৰিবলগীয়া।

আমাৰ প্ৰদেশতো এতিয়া ডুই নাও ডুই ভৰি হৈ বিমোৰত পৰা কেবাজনো নেতা ওলাব। একেটা মুঠিতে ধৰি স্থিৰ হৈ থাকিবপৰা নাই। তাৰ কাৰণ কি? মিঃ ফজজুল হকৰ কৰ্ণ-পিশাচজন আহি কাণে কাণে কৈ দিলেহে হ'ব। নহলেনো কি উপায়ে জনা যাব?

এই সময়ত দেশে বিচাৰিছে জাতিৰ স্বৰাজ, জাতিৰ ভোজ-ভাত নহয়। কাজেই সেই মূল নীতিলৈ লক্ষ্য কৰি "দেশতকৈ মোমাই ডাঙৰ হ'ব নোৱাৰে" এই ভাৱত অনুপ্ৰাণিত হৈ এতিয়া প্ৰত্যেক প্ৰদেশে নিজৰ সৰ্ববিধ আত্মপ্ৰতিষ্ঠা কৰিব লাগিব। অন্য বাট নাই। এই কামত গোটেই জাতিটোৱেই এটা পাৰ্টি বুলি ধৰিব লাগিব। ইয়াত জাতিৰ ভোজ-ভাত নাই। জাতীয় ধৰ্মযুদ্ধত সম্পূৰ্ণৰূপে আত্মসমৰ্পণ কৰি আগবাঢ়িব লাগিব।

[ ১৭ ভাদ, ১৮৫৮ ॥ ২ ছেপ্টেম্বৰ, ১৯৩৬ ]

## স্বৰ্গীয় ৰাজকুমাৰ চন্দ্ৰনাৰায়ণ সিংহ

স্বৰ্গীয় ৰাজকুমাৰ চন্দ্ৰনাৰায়ণ সিংহৰ আজি আদ্য-শ্ৰাদ্ধৰ দিন। তুঙ্গখুঙ্গীয়া ফৈদৰ এইজন স্বৰ্গীপুৰুষৰ আজি শ্ৰাদ্ধৰ দিনা স্বাধীন অসমৰ কতপ্ৰকাৰৰ কাহিনী আহি কাণত গুমগুমাইছেহি অসমীয়া জাতিয়ে এই পুণ্যক্ষণত কাণ পাতি শুনক। পুৰন্দৰ সিংহৰ নাতি কন্দৰ্পেশ্বৰ স্বৰ্গদেৱৰ দিনতে অসমৰ বেলি মাৰ নোযোৱা হ'লে আজি হয়তো ৰাজকুমাৰ চন্দ্ৰনাৰায়ণ সিংহৰ ৰাজ-অন্ত্যেষ্টিক্ৰিয়া সমাধা কৰা হ'লহেতেন। ছাৰ বীটছন বেলে কোৱাৰ দৰে "চন্দ্ৰনাৰায়ণ সিংহই এখন ৰাজপাট উদং কৰি থৈ গ'লহেঁতেন"। কালৰ কুটিল গতি অনিবাৰ্য। কিন্তু, সেয়ে হ'লেও, কাল নিগনিয়ে বুৰঞ্জীৰ স্মৃতিখিনি কুটি পেলাব নোৱাৰে। সেই স্মৃতিমণ্ডিত সমাজে এদিন তাৰ প্ৰেৰণাত আকৌ জয়জয় ময়ময় হৈ উঠিবলৈ এটা নতুন আধ্যাত্মিক শক্তি

পায়। চন্দ্ৰনাৰায়ণৰ বেলি মাৰ যোৱা জীৱনৰ পৱিত্ৰ স্মৃতিয়ে পূবেৰুণ দিয়া স্বাভাৱিক প্ৰাকৃতিক বিচিত্ৰতাৰ কথাকেহে সোঁৱৰাই দিছে। আজিৰ এই পৱিত্ৰ ক্ষণত সদৌ অসমীয়া জাতিৰ স্মৃতি-সম্ভাৰৰ লগতে আমিও প্ৰাণৰপৰা শ্ৰদ্ধাঞ্জলি তৰ্পণ কৰি মৃতকৰ পৱিত্ৰ আত্মাৰ সদগতি কামনা কৰিছোঁ।

ৰাজকুমাৰ চন্দ্ৰনাৰায়ণ সিংহ।

জন্ম—১৭৮৪ শক

মৃত্যু—১৮৫৮ শক ৭ ভাদ দেওবাৰৰ দিনা ৪ বজা।

১৯০৩ চনত মহামান্য সম্ৰাট স্বৰ্গীয় সপ্তম এডৱাৰ্ডক ভাৰত-সম্ৰাট বুলি ঘোষণা কৰিবলৈ পতা আৰু ১৯১১ চনত মহামান্য সম্ৰাট স্বৰ্গীয় পঞ্চম জৰ্জৰ ভাৰত সিংহাসন আৰোহণ উপলক্ষে পতা দিল্লীৰ দুয়োখন দৰবাৰলৈকে তেখেতক চৰকাৰী খৰছেৰে আহোম ৰজাসকলৰ তুঙ্গখুঙ্গীয়া ফৈদৰ একমাত্ৰ জীৱিত প্ৰতিনিধি হিচাপে নিমন্ত্ৰণ কৰি নিয়ে।

অসম কাউঞ্চিলত সকলো সভ্যৰ আগত ছাৰ বীটছন বেল চাহাবে বিদায় ল'বৰ সময়ত সকলো মেম্বৰৰ গুণ বথানি কওঁতে ৰাজকুমাৰৰ প্ৰতি কৈছিল যে "Who might have adorned this place" অৰ্থাৎ নিয়তিৰ গতি ঠিক থকা হ'লে আজি এইজন লোকেই এই ঠাই অধিকাৰ কৰিব পাৰিলেহেঁতেন। এই কথা আজি সুঁৱৰিব লগীয়া যদিও গৱৰ্ণমেণ্টে ৰাজকুমাৰৰ পৰিয়ালক বিশেষভাৱে সন্মানযোগ্য যথেষ্ট ব্যৱস্থা কৰা নাছিল। তথাপি তেখেতৰ নামত থকা মাটি-বাৰীবিলাকৰ খাজনা পুৰুষানুক্ৰমে বৰ্তাকৈ এককালীন মাফ কৰি দিছে।

[ ৬ আহিন, ১৮৫৮ ॥ ১২ ছেপ্টেম্বৰ, ১৯৩৬ ]

## অসম মৰিলে আমিও মৰিম

২০ ছেপ্টেম্বৰ সংখ্যা 'বাতৰি'ত শ্ৰীযুত লক্ষ্মীপ্ৰসাদ গোস্বামীয়ে 'লক্ষ্মীস্মৃতি' শীৰ্ষক এটি প্ৰবন্ধ লিখিছে। ডেকা তৰুণ-শক্তি সচেতন কৰি তোলা, অকালতে অসম মাতৃৰ কোলা উদং কৰি থৈ যোৱা চন্দ্ৰ ৰোহিণীৰ ( ৺চন্দ্ৰনাথ শৰ্মা আৰু ৰোহিণীকান্ত হাতীবৰুৱা ) লগৰ অন্যতম আছিল লক্ষ্মীধৰ। ছাত্ৰাৱস্থাতে



লক্ষ্মীধৰৰ প্ৰাণত অসম মাতৃৰ সেৱাৰ ভাৰ কিদৰে দেখা দিছিল, লক্ষ্মীধৰক ওচৰৰপৰা জনাসকলে ভালকৈ জানে। অৱশ্যম্ভাৱী মৃত্যুক, নিজক তিল-তিলকৈ দান কৰিও শেষ মুহূৰ্ত্তলৈকে অসম মাতৃৰ সেৱাত লক্ষ্মীধৰে কিদৰে আত্মসমৰ্পণ কৰিছিল, তেওঁৰ মৃত্যুশয্যাৰ ওচৰত থকাসকলে ভালদৰে দেখিবলৈ পালে। অসহযোগ আন্দোলনৰ সময়ত লক্ষ্মীধৰে কিদৰে কঠোৰ পৰিশ্ৰম কৰি, কাৰাবৰণ কৰি, নিজৰ স্বাস্থ্য ভঙ্গ কৰি, একৰকম মৃত্যুক মাতি আনিলে, সেই কথা নক'লেও হ'ব। লক্ষ্মীধৰৰ দেশসেৱা মৌখিক নাছিল।

গোস্বামীদেৱে কোৱাৰদৰে সেই লক্ষ্মীধৰে মৃত্যুশয্যাৰপৰা শেষ উপলব্ধি কৰিলে "অসম মৰিলে আমিও মৰিম"। এইষাৰ কথা "If England lives, who dies? If England dies who lives?" ইংলণ্ড মৰিলে জী থাকে কোন? ইংলণ্ড জীয়াই থাকিলে মৰে কোন?—এই ভাবৰ নহয়নে? লক্ষ্মীধৰৰ কৰুণ স্বৰত আমি শেষ নিঃশ্বাসৰ বিশ্বাসভৰা বাণী শুনিলোঁ, "কিন্তু বুকুত এটা বৰ দুখ লৈ মৰিম। এটা জাতিয়ে বহু শতাব্দী ধৰি জগতত নিজৰ অস্তিত্ব গৌৰৱেৰে ৰক্ষা কৰি আহিছে। আজি অৱস্থাৰ ফেৰত যি মৃত্যুৰ দুৱাৰত, এই জাতিক পুনৰ জীৱিত কৰি মহিমামণ্ডিত কৰি তোলাত সাহায্য কৰিব পাৰিম বুলি ভাবিছিলোঁ। ভাবিছিলোঁ সাহিত্যই, বিজ্ঞানে, বেপাৰ-বাণিজ্যই ইয়াক আকৌ জগতত ন্যায্য স্থান দিব। কিন্তু, এই কাৰ্য আৰু হৈ নুঠিল।"

ডেকা অসম! তোমালৈ লক্ষ্মীধৰে যি আদৰ্শ এৰি থৈ গ'ল, তাতকৈ উচ্চ আকাঙ্ক্ষা তোমাৰ প্ৰাণত আৰু কিবা হ'ব পাৰিবনে? অসম মাতৃক মহিমামণ্ডিত কৰি তোলাতকৈ তোমাৰ ডাঙৰ আনন্দ আৰু কিবা হ'ব পাৰিবনে? অসম জননীক জগতত ন্যায্য স্থান দিওৱাৰ বাহিৰে তোমাৰ আৰু কঠোৰ তপস্যা কিবা আছেনে? লক্ষ্মীধৰে সততে প্ৰাণত গৌৰৱ অনুভৱ কৰি কোৱাৰদৰে তোমাৰো আজি ক'বৰ মন নেযায়নে যে এই জাতিটোৱে বহু শতাব্দী ধৰি জগতত নিজৰ অস্তিত্ব গৌৰৱেৰে ৰক্ষা কৰি আহিছে।

লক্ষ্মীধৰে নিজে মৃত্যুশয্যাত পৰি আক্ষেপ কৰি তেনেখন দেশ অৱস্থাৰ ফেৰত মৃত্যুৰ দুৱাৰত বুলি ক'বলগীয়া হৈছিল কিয়? সেইকথা আজি

প্ৰাণৰপৰা অনুভৱ কৰি বুজিবলৈ চেষ্টা কৰোঁ। সেয়ে লক্ষ্মীধৰৰ অতৃপ্ত আত্মাক অলপ তৃপ্তি দিব পাৰে। সাহিত্য, বিজ্ঞান, বেপাৰ-বাণিজ্যৰ মাজেদি আমাক আকৌ কিদৰে অসমা কৰি তুলিব পাৰি সেই কথাকেই জীৱনৰ একমাত্ৰ প্ৰশ্ন কৰি তোলোঁ। এই আদৰ্শ জাতীয় জীৱনত প্ৰতি-ফলিত কৰি তুলিবলৈ অৱস্থাৰ ফেৰৰ মলি-ধূলিখিনি হৃদয় দাপোণৰপৰা মচি পেলোৱাঁ, অৱস্থাৰ লগত তুমিও জানো ফেৰ মাৰি চলিব নেলাগিব ?

"অসম মৰিলে আমিও মৰিম"—এই কথাই লক্ষ্মীধৰৰ প্ৰাণত জীয়া জুই জ্বলাই দিছিল। এনে অৱস্থাৰপৰা অসম মাতৃক উদ্ধাৰ কৰিবলৈ লক্ষ্মীধৰে দৰকাৰ পৰিলে "কংগ্ৰেছৰ বাহিৰত প্ৰকৃত স্বদেশপ্ৰেমিক এটা দলৰ সৃষ্টি" কৰিবলৈকো সাজু আছিল। কাউঞ্চিললৈ যোৱাটো এই দলৰ অসমীয়া জাতিক ৰক্ষাৰ চেষ্টাৰ এটা সামান্য অংশ হ'ব বুলি লক্ষ্মীধৰে ভাবিছিল। লক্ষ্মীধৰে বিশ্বাস কৰিছিল "ভাৰতৰ বিষয়ে চিন্তা কৰোঁতা বহুত মানুহ আছে। কিন্তু, ইফালে অসম দেশখনৰ অস্তিত্ব লোপৰ আশঙ্কা। পাৰিলে ইয়াক ৰক্ষা কৰিব লাগে।"

এইমতে ভাবিলে, কংগ্ৰেছৰ লগত এনে এটা দলৰ কোনো সামঞ্জস্য নেথাকে বুলি লক্ষ্মীধৰে কৈছিল। লক্ষ্মীধৰে বিশ্বাস কৰিছিল "এই প্ৰদেশৰ সমস্যাৰ লগত আন প্ৰদেশৰ সমস্যাৰ একো মিল নাই। ইয়াৰ মানুহ ক্ৰমে গৰীব হৈ গৈছে। ইয়াত বিদেশীৰ প্ৰতিপত্তি দিনে দিনে বাঢ়ি গৈছে। এই জাতিৰ লোপ হ'ব বুলি বহুতে আশঙ্কা কৰে।"

অসমত সুকীয়া বিশ্ববিদ্যালয় এটা যে কিয় লাগে, সেই বিষয়েও লক্ষ্মীধৰে অতি গভীৰ সত্য কথাকে কৈছিল। তেওঁ কৈছিল "কলিকতা বিশ্ববিদ্যালয়ত অসমীয়া ছাত্ৰই যি 'কালচাৰ' পায় তাক ধ্বংস কৰিবলৈকে এটা পৃথক ইউনিভাৰচিটিৰ আৱশ্যক"। লক্ষ্মীধৰে এই বিষয়ে ভাবিছিল "অসমীয়া জাতিৰ ব্যক্তিত্ব ক্ৰমে নষ্ট হৈ গৈছে। এই জাতীয় স্বাধীনতা মনৰ ৰাজ্যত ফিৰাই নানিলে এই জাতি কেতিয়াও জীব নোৱাৰে। কলিকতা ইউনিভাৰচিটিয়ে অসমীয়া শিক্ষিত সমাজক নিজৰ শক্তিৰ বিষয়ে যিমান সন্দিহান কৰিছে আন একোৱে সিমান কৰা নাই।" অসমত বিশ্ববিদ্যালয় আৰু চীফ ক'ৰ্ট বা হাইক'ৰ্ট আন্দোলন স্বৰাজ আন্দোলনৰ প্ৰধান অঙ্গ বুলি তেওঁ ভাবিছিল।



ডেকা অসমৰ আদৰ্শ লক্ষ্মীধৰে শেহ মুহূৰ্তত "কংগ্ৰেছৰ বাহিৰত প্ৰকৃত স্বদেশ-প্ৰেমিক এটা দলৰ সৃষ্টি কৰিম" বুলি যে শেষ স্বপ্ন দেখিলে, তৰুণ অসম! আজি তুমি তাক দিঠক কৰি তুলিব নেলাগিব নে? লক্ষ্মীধৰৰ আত্মাই আজি দূৰৰপৰা সেই ইঙ্গিত দিয়া নাই নে? "এনে দলৰ সৃষ্টিত একো অসামঞ্জস্য দেখিবলৈ নেপাবা" বুলি তেওঁ কোৱা নাইনে? এই দলৰ যাই উদ্দেশ্য কাউঞ্চিল প্ৰৱেশেই নহব, "আমাৰ প্ৰগ্ৰাম দৰাচলতে অলপ ডাঙৰ ধৰণৰ হ'ব" বুলি তেওঁ এটা কি মহৎ উদ্দেশ্যৰ কথা কৈছিল, সেইকথা ভালৰূপে বিশ্লেষণ কৰি চোৱাঁ।

কোনে জানে, লক্ষ্মীধৰ আজি জীয়াই থকা হ'লে অসমীয়া সংৰক্ষিণীৰ আলমতে সেই দল সৃষ্টি নকৰিলেহেঁতেন! যিটো "অৱস্থাৰ ফেৰত, সমস্যাৰ মিল নাই" বিবেচনাত জাতিৰ অস্তিত্ব লোপ হোৱাৰপৰা ৰক্ষা কৰিবৰ উদ্দেশ্যত লক্ষ্মীধৰে নতুন দলৰ কথা ভাবিছিল, আৰু ভাবিছিল "জাতিৰ এই বিপদৰ সময়ত ইয়াক ৰক্ষা কৰাৰ কোনো উপায়কে ত্যাগ কৰা উচিত নহয়; লাগিলে কাউঞ্চিললৈকো যাব লাগিব" সেই অনুভূতিয়েই সংৰক্ষণীৰ প্ৰতিষ্ঠাতাজনকো অনুপ্ৰাণিত কৰি দেশবাসীৰ সেই ফালে মনযোগ আকৰ্ষণ কৰায়। কোনে জানে লক্ষ্মীধৰে অন্তিম শয্যাৰ শেষ স্বপ্নত তাকে দিঠক কৰি তুলিবলৈ চিঞৰি উঠা নাছিল?

ডেকা অসম! আজি তুমি ক'ত, সেই কথা এবাৰ দকৈ ভাবি চোৱাঁ। যিটো জাতিয়ে "বহু শতাব্দী ধৰি জগতত নিজৰ অস্তিত্ব গৌৰৱেৰে ৰক্ষা কৰি আহিছিল" সেই জাতিৰ আজি অস্তিত্বলৈয়ো সন্দেহ কৰিব লগীয়া হৈছে।" "দেশৰ ডেকাসকলক উদ্বুদ্ধ কৰি তোলাঁ। কৃষকসকলক জগাই তোলাঁ। অসম আকৌ মহান, আকৌ গৌৰৱমণ্ডিত হৈ উঠিব।"

'দেশৰ কথা'ৰ এই 'আনন্দ-আপ্লুত' শেষ কথা কৈয়েই লক্ষ্মীধৰে আনন্দলোকলৈ প্ৰয়াণ কৰিলে। আজি, তৰুণ অসম! মনত ৰাখিবা, তোমাৰ দায়িত্ব কিমান গধুৰ! কৰ্তব্য পালন কিমান মধুৰ হ'ব পাৰে!

[ আহিন, ১৮৫৮ ॥ ২৩ ছেপ্টেম্বৰ, ১৯৩৬ ]

—